# এই সংখ্যাৰ ভিতৰত ঃ—



আমাৰ শ্ৰদ্ধেয়—

অধ্যক্ষ—শ্ৰীগুণগুবিন্দ দত্ত আৰু ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীমাধৱ চন্দ্ৰ চক্ৰৱৰ্ত্তী।

"মোক লাগে আজি এখন পৃথিৱী
প্ৰতিষ্ঠিত প্ৰাণ কেন্দ্ৰ সীমাৰ বেদীত—
য'ত মানুহে কৰিব পাৰে—
মানুহৰ মঙ্গলৰ বাবে বুদ্ধিৰ বিকাশ"

—পদুমৰ চলিহা—

"মানুহৰ মঙ্গলৰ বাবে বুদ্ধিৰ বিকাশ" কৰি শান্তিৰ পৃথিৱী প্ৰতিষ্ঠা কৰাৰ স্বপ্ন আমাৰ আছে—বাস্তৱত আমাৰ হাজাৰ হাতীৰ বলো আছে! কিন্তু শক্তিয়ে জানো আমাৰ স্বপ্নক জয় কৰিব পাৰিছে? ……কবিতাত আমি সোণৰ সৰগ প্ৰতিষ্ঠা কৰো—বাস্তৱত নহয়। …বুদ্ধিৰ বিকাশত সৃষ্টি হোৱা ধ্বংসমুখী এটমে জানো **মানৱৰ মঙ্গল সাধন কৰিছে??**

* * *

সেই দিনাহে—

যিদিনা মানুহৰ মনৰ পৰা ধ্বংসমুখী অস্ত্ৰ প্ৰতিযোগিতাৰ কামনা বোৰ শেষ হব, যিদিনা অন্তৰৰ পৰা ক্ৰুৰ আৰু হিংসাৰ ভাববোৰ আঁতৰি অন্তৰ হব, পবিত্ৰ মানৱ অন্তৰ সেইদিনাই আমাৰ স্বপ্ন বাস্তৱত পৰিণত হব।

# বিভিন্ন প্ৰসঙ্গ

### ঃ বণ্ডা চীনৰ নগ্ন আক্ৰমণ ঃ

তাংগানি হিউৱেন চাং আৰু ফাহিয়ানৰ দিন ধৰি প্ৰায় তিনি হাজাৰ বছৰীয়া ভাৰত আৰু চীনৰ মাজত থকা বন্ধুত্বৰ বান্ধোন আজি বিশ্বাস ঘাটকী চীনৰ নগ্ন আক্ৰমণে ছিঙি পেলালে ; কিন্তু সিয়েই যথেষ্ট নহয়—তাৰোপৰি বণ্ডা চীনক লাগে ভাৰতীয় জোৱানৰ বুকুৰ বঙা তেজ—ভাৰতৰ এক অংশত লাগে নিজ আধিপত্য বিস্তাৰ কৰিবলৈ। চীন আগবাঢ়ি আহিল।...শেষ পৰ্য্যন্ত বন্ধুত্বৰ বান্ধোন অটুত ৰাখিব খোজা—চীনৰ প্ৰতি আস্থা ৰখা আৰু আন্তৰিকভাৱে বিশ্বাস কৰা শান্তিকামী ভাৰতবৰ্ষক চীনে বাধ্য কৰালে চীনৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ। যুদ্ধ ভাৰতীয়ৰ কাম্য কেতিয়াও নাছিল—এতিয়াও ভাৰতে বিচাৰে এখন শান্তি আৰু মৈত্ৰীৰ দেশ গঠন কৰিবলৈ। চীন-ভাৰতৰ কোটিকলীয়া বন্ধুত্বক যুগমীয়া কৰিবৰ উদ্দেশ্যেই পঞ্চশীলৰ চুক্তিত ভাৰত চুক্তিবদ্ধ হৈছিল ; কিন্তু পঞ্চশীলৰ অমৰ প্ৰতিজ্ঞাক নিষ্ঠুৰ চীনে ভৰিৰে গচকি আগবাঢ়ি আহিছে শান্তি কামী ভাৰতৰ বুকুত অশান্তিৰ দাবানল জ্বলাই তুলিবলৈ।

চীনে ভাৰতৰ বুকুৰ যি অংশ দাবী কৰিছে তাক ,ভাৰতে কেতিয়াও এৰি দিব নোৱাৰে। প্ৰতিজন ভাৰতীয়ই শৰীৰৰ শেষ টোপাল তেজ দিও নিজ মাতৃভূমিৰ মান অটুত ৰাখিবলৈ দৃঢ় প্ৰতিজ্ঞ। চীনৰ এই দাবী যে কেৱল ভাৰতেইহে মানি নলয় এনে নহয় ; আজি পৃথিবীৰ প্ৰায়বোৰ শান্তিকামী দেশেই চীনৰ এই বৰ্ব্বৰ দাবীক অস্বীকাৰ কৰিছে। আনকি এক কমিউ-নিষ্ট দেশ হৈও ৰাছিয়াৰ লগত খোজ মিলোৱা আন কেইখনো দেশেও চীনৰ বৰ্ব্বৰতাক প্ৰশ্ৰয় দিয়া নাই। কিন্তু এনে স্থলতো চীনে নিজৰ মইমতীয়া মত পৰিবৰ্ত্তন কৰিবলৈ ইচ্ছা নকৰে। পৰৰাষ্ট্ৰত জোৰেৰে নিজ আধিপত্য স্থাপনৰ বাবে চীনে আজি যি প্ৰচেষ্টা চলাইছে সিয়েই স্পষ্টকৈ দেখুৱাই দিছে—সাম্যবাদী চীনৰ মনোভাব কি।

চীনৰ এই নগ্ন আক্ৰমণে আমাৰ কল্পিত পৰিকল্পনা ভাঙিবৰ প্ৰচেষ্টা চলাইছে—দেশত দুৰ্যোগৰ সৃষ্টি কৰিছে। ইতিমধ্যে আমাৰ নেফা অঞ্চলৰ কেইবাটাও চকী চীনে দখল কৰিছে কিন্তু সেয়ে হলেও চীনৰ ওচৰত আমি এতিয়াও হাৰমনা নাই। আমাৰ কিছুমান অসুবিধাৰ সুযোগ লৈ চীনে মাথো কেইটামান চকীহে দখল কৰিছে—কিন্তু যোৱা মহাসমৰত জাৰ্ম্মানে এখনৰ পিছত আন এখন দেশ জয়

কৰিও শেষত মনোবলত সবল কৌশলী ইংৰাজৰ হাতত পৰাস্ত হব লগা হ'ল। আমাৰ বুকুত মনোবল এতিয়াও যথেষ্ট আছে—নিষ্ঠুৰ চীনইতক খেদিব পৰা বিশ্বাস আমাৰ আছে। সুখৰ বিষয় আজি হাজাৰ হাজাৰ আমাৰ দেশবাসীয়ে দেশৰ এই দুৰ্যোগত নিজৰ জীৱন দি হলেও দেশক ৰক্ষা কৰিবলৈ, এক্যে তেজ মঙহেৰে গঢ়া জোৱান সকলক সৰ্ব্বতো প্ৰকাৰে সহায় কৰি নিজ মাতৃ-ভূমিৰ অখণ্ডতা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছে। —ধন্য আমাৰ দেশবাসীৰ দেশপ্ৰেম! চীন হব পাৰে জনশক্তিত অধিক শক্তিৱান,—কিন্তু ভাৰতৰ যি 'মনোবল' আছে সিয়েই চেৰ পেলাব চীনৰ এই বিৰাট শক্তিক। দেশৰ পৰা দেশৰ কণ্টক স্বৰূপ বৰ্ব্বৰ চীনইতক উলিয়াই দিব নোৱাৰালৈকে দেশৰ দুৰ্যোগ শেষ নহয়—সময়ত হয়তো দেশবাসী আৰু বেচি দুৰ্যোগৰ সন্মুখীন হব লগা হব—তেতিয়াও যাতে আমাৰ মনোবল সবল হৈয়ে থাকে তাৰ বাবে যত্নৰ আৱশ্যক। আমি প্ৰমাণ কৰি দেখুৱাব লাগিব যে আমিয়েই সেই "পৰিও নপৰা মৰিও নমৰা বাণ, ভগদত্ত, চুকাফা জাত"। প্ৰতিজন ভাৰতীয়ই যে সৈনিকৰ বেশত যুঁজ কৰি প্ৰাণাহুতি দিবলৈও প্ৰস্তুত আছে—তাক আমি ৰঙা চীনক বুজাব পাৰিব লাগিব। অসমৰ ডেকা-গাভৰুৱে যে শত্ৰুৰ হাতত নিজ মাতৃভূমিক গতাই দি কাপুৰুষৰ দৰে কেতিয়াও নমৰে—প্ৰতিজন অসমীয়া ডেকা-গাভৰুৰ শিৰে শিৰে লাচিত, মূলা, গদাধৰ, মণিৰামৰ উত্তপ্ত তেজ আজিও জীৱন্ত হৈ আছে তাক আমি প্ৰমাণ কৰিব লাগিব। শেষত আমাৰেই জয় অনিবাৰ্য্য।

## ঃ বিশ্ব শান্তি আৰু নিৰস্ত্ৰীকৰণ ঃ

আজি পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰ সমূহৰ মাজত এটা সমস্যাই জটিল ৰূপ ধাৰণ কৰিছে আৰু এই সমস্যাই হ'ল শক্তিৰ সমস্যা। বিজ্ঞানৰ অভূতপূৰ্ব্ব শক্তিৰ ফলত যি অস্ত্ৰ শক্তি বিশ্বত জাগি উঠিছে সেই অস্ত্ৰ শক্তিক নিৰস্ত্ৰীকৰণ কৰি বিশ্বত শান্তি কেনেকৈ প্ৰতিষ্ঠা কৰিব পাৰি সেই সমস্যা আজি সমগ্ৰ বিশ্ববাসীৰ আগত দেখা দিছে। বিশ্ববাসীয়ে আজি ভাল দৰে উপলব্ধি কৰিব পাৰিছে যে প্ৰতিযোগিতামূলক ভাবে যিবোৰ আনৱিক অস্ত্ৰ তৈয়াৰ হ'ব লাগিছে সিয়েই এদিন নিশ্চয় বিশ্বধ্বংশৰ কাৰণ হৈ পৰিব। এই কথা উপলব্ধি কৰিয়েই যোৱা বছৰৰ মাৰ্চ মাহৰ ১৪ তাৰিখে জেনেভাত বিভিন্ন ১৮ জাতিৰ মাজত এখন নিৰস্ত্ৰীকৰণ কমিটি গঠন হয়। চোভিয়েত ৰাচিয়া আৰু আমেৰিকাই আগবঢ়োৱা প্ৰস্তাৱ মতেই যোৱা বছৰৰ ডিচেম্বৰ মাহতে তলৰ ৰাষ্ট্ৰ সমূহ গোট খাই এখন নিৰস্ত্ৰীকৰণ কমিটি গঠন কৰে এই কমিটিৰ ৫ খন সমাজ-তান্ত্ৰিক ৰাষ্ট্ৰ যেনে—চোভিয়েট ৰাচিয়া, চেকোশ্লোভেকিয়া পোলেণ্ড, বুলগেৰিয়া আৰু ৰুমানিয়া; পশ্চিমীয়া গোষ্ঠীভুক্ত দেশ ৫ খন, যেনে :—মাকিন যুক্তৰাষ্ট্ৰ, বৃটেন, ফ্ৰান্স, কানাডা আৰু ইটালী। কোনো গোষ্ঠীভুক্ত নোহোৱা দেশ—৮ খন, যেনে :—ভাৰতবৰ্ষ, ব্ৰহ্মদেশ, ইণ্ডোনেছিয়া, সংযুক্ত আৰব সাধাৰণ তন্ত্ৰ, ইথিওপিয়া, নাইজেৰিয়া, ব্ৰাজিল, মেক্সিকো আৰু চুইডেন। এই কমিটি গঠনৰ উপৰিও যোৱা ১৯৬১ চনৰ চেপ্তেম্বৰ মাহৰ প্ৰথম সপ্তাহত বেলগ্ৰেদত বহা ২৫ খন বিভিন্ন ৰাষ্ট্ৰৰ এক মহা সম্মিলনতো ঔপনিৱেশিকতা উচ্ছেদ আৰু

নিৰস্ত্ৰীকৰণৰ দ্বাৰা সমগ্ৰ বিশ্বতে শান্তি প্ৰতিষ্ঠা কৰাৰ এক সিদ্ধান্ত গ্ৰহণ কৰা হয়। ইফালে এই বছৰতো যোৱা জুলাই মাহত মস্কোত বিভিন্ন ৰাষ্ট্ৰ সমূহৰ পৰা শান্তি বাণী কঢ়িয়াই অনা প্ৰতিনিধি সকলৰ প্ৰতিনিধিত্বত বহা শান্তি কমিটিয়েও বিশ্বত শান্তি প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত নিৰস্ত্ৰীকৰণকে প্ৰথম আহিলা স্বৰূপে গ্ৰহণ কৰিছে।

কিন্তু এতিয়া প্ৰধান সমস্যা হ'ল—এফালে নিৰস্ত্ৰীকৰণৰ দ্বাৰা সমগ্ৰ বিশ্বত শান্তি প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছে আৰু আনফালে ইটোতকৈ সিটো চৰা বিশ্বধ্বংসী আণৱিক অস্ত্ৰৰ নিৰ্ম্মাণৰ প্ৰতিযোগিতা চলিছে। বিভিন্ন ৰাষ্ট্ৰ সমূহে নিৰস্ত্ৰীকৰণৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ পিছতো পশ্চিমৰ দেশসমূহত যি অস্ত্ৰ প্ৰতিযোগিতা চলিব ধৰিছে তালৈ চাই বিশ্বত শান্তি প্ৰতিষ্ঠা কৰিব পৰাটো কিমান দূৰ ফলদায়ক হ'ব সিয়ে চিন্তাৰ বিষয় হৈ পৰিছে। চোভিয়েট ৰাচিয়াই ৫০ মেগাটনৰ পৰমাণুবোমা বিস্ফোৰণ কৰি বিশ্বত এক আটঙ্কৰ সৃষ্টি কৰাৰ পিচতো পুনৰ তাতকৈও শক্তিশালী অস্ত্ৰ তৈয়াৰ কৰাৰ চেষ্টা চলাই থকা দেখা গৈছে। সেইদৰে আমেৰিকাকে আদি কৰি পশ্চিমৰ আন আন শক্তি সমূহেও নিজ নিজ সামৰিক শক্তিক প্ৰকাশ কৰাৰ চেষ্টা চলাই আহিছে। ই বিশ্ব-শান্তি প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত শুভ লক্ষণ বুলি ধৰিব নোৱাৰি।

মূঠতে বিশ্বত শান্তি প্ৰতিষ্ঠা কৰাৰ যি সপোন সেই সপোনক বাস্তৱত ৰূপ দিবলৈ হ'লে মানৱ জাতিৰ মাজত বুজন ওৰ পৰিব লাগিব। আৰু ধ্বংসমুখী অস্ত্ৰ সমূহ নিঃশেষ কৰি সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ কৰিব লাগিব। এই সন্দৰ্ভত— চোভিয়েট-ৰাচিয়া – আমেৰিকা আৰু আন আন পশ্চিমীয়া শক্তি সমূহৰ ওচৰত আমাৰ আহ্বান যে তেওঁলোকে যেন এই প্ৰতিযোগিতামূলক ধ্বংসমুখী অস্ত্ৰ সমূহৰ পৰীক্ষা শেষ কৰি বিশ্বত শান্তি প্ৰতিষ্ঠা কৰাত সহায়তা কৰে।

## : পাকিস্তানীৰ অনুপ্ৰৱেশ :

বিধান সভাৰ এজন সদস্যৰ প্ৰশ্নৰ উত্তৰত যোৱা ৪ আগষ্ট তাৰিখে মুখ্যমন্ত্ৰী চলিহাদেৱে কয় যে—প্ৰায় তিনিলাখ পাকি-স্তানীলোকে অবৈধভাৱে প্ৰৱেশ কৰি অসমত বাস কৰি আছে। এইয়া হ'ল চৰকাৰৰ ঘৰৰ হিচাপ, কিন্তু বে-চৰকাৰী হিচাপমতে এনে-লোকৰ সংখ্যা প্ৰায় চাৰে সাত লাখ হ'ব বুলি অনুমান কৰা হৈছে।

পাকিস্তান চৰকাৰে ভাৰত চৰকাৰৰ প্ৰতি কাশ্মীৰ সমস্যাকে আৰম্ভ কৰি নানান প্ৰশ্নৰ ক্ষেত্ৰত যি বিৰোধ মনোভাৱৰ আচৰণ দেখুৱাই আহিছে - সেই কথা ভাৰত চৰকাৰ বা অসম চৰকাৰে খুব ভালদৰে জনা সত্বেও তেনে এখন ৰাজ্যৰ পৰা অবাধে হাজাৰে হাজাৰে লোক আহি আন এখন দেশ অসমত সোমাবলৈ সুবিধা পালে কেনেকৈ? আমাৰ সীমান্তত কোনো সীমাৰক্ষী নাইনেকি? – যদি আছে, তেনেহ'লে সেই সীমান্ত সংৰক্ষণত চৰকাৰৰ শিথিলতা হৈছে বুলি ভাবিবলৈ আমি বাধ্য হৈছো। অৱশ্যে পূব-পাকিস্তান আৰু অসমৰ মাজত থকা প্ৰায় ছশ মাইল সীমান্ত সুৰক্ষিত কৰিবলৈ কিছু বেছি খৰচৰ আৱশ্যক। কিন্তু খৰচৰ আৱশ্যকতা বেছি হ'লেও আমি মনত ৰখা উচিৎ হ'ব যে, পাকিস্তানী অনুপ্ৰৱেশৰ

পৰা যি নতুন সমস্যাৰ সৃষ্টি হৈছে—তাক সমাধান কৰোঁতে তাতোকৈ বহুতো বেচি খৰচৰ আৱশ্যক হ'ব। আজি অসমবাসী—অৰ্থ সমস্যা, খাদ্য সমস্যা, নিবনুৱা সমস্যা, মাটিহীন লোকক মাটি দিয়া সমস্যা আদি এশ-এবুৰি সমস্যাৰ সন্মুখীন হ'ব লগা হৈছে। এনে এখন সমস্যা-পূৰ্ণ দেশত হাজাৰে হাজাৰে বিদেশীলোকে বিনা দ্বিধাই যদি প্ৰৱেশ কৰিবলৈ সুবিধা পায়—তেনেহলে সেই সমস্যা কিমান আৰু জটিল হ'ব সি সহজেই অনুমেয়।

অৱশ্যে আমি জানিবলৈ পাই সুখী হৈছো যে এই লোক সকলক অসমৰ পৰা পঠিওৱাৰ ব্যৱস্থা অসম চৰকাৰে হাতত লৈছে। চৰকাৰৰ প্ৰতি আমাৰ আহ্বান যেন, চৰকাৰে এই ব্যৱস্থাৰ ক্ষেত্ৰত শামুকীয়া গতি ত্যাগ কৰি খৰটকীয়া হয়।

এই সমস্যা সমাধানৰ ক্ষেত্ৰত আমাৰ ছাত্ৰ সমাজেও বিশেষকৈ এটা কথাৰ প্ৰতি লক্ষ্য ৰখা উচিৎ হ'ব যে, যাতে এই সমস্যা সমাধান কৰোঁতে যাওঁতে কোনো সাম্প্ৰদায়িক মনোভাৱ জাগি উঠিবলৈ সুবিধা নাপায়; আৰু যাতে কোনো নিৰ্দ্দোষী লোক অকাৰণত লাঞ্চিত নহয়।

## ঃএলজেৰিয়াত স্বাধীনতাৰ ঘোষণাঃ

যোৱা ১৯৬২ চনৰ ২ জুলাই তাৰিখে সাত বছৰ ধৰি যুঁজৰ পিছত পৰস্পৰ মিলামিলিৰ মাজত এলজেৰিয়াই স্বাধীনতা লাভ কৰে। এই স্বাধীনতাই এশ-বত্ৰিশ বছৰীয়া ফৰাচী ঔপনিবেশিক শাসনৰ অৱসান ঘটায়। কিন্তু বাহিৰৰ প্ৰতি-ক্ৰিয়াশীল সাম্ৰাজ্যবাদী শক্তিয়ে এতিয়াও স্বাধীন এলজিৰিয়াত গৃহকন্দল লগোৱাৰ পৰা বিৰত থকা নাই। এই ষড়যন্ত্ৰৰ পৰা মুক্ত নহয় মানে এলজিৰিয়াৰ স্বাধীনতাৰ ফল তাৰ বাইজে ভোগ কৰিব নোৱাৰে।

## ঃফাঁচী হ'ল—এডলফ্ আইকমেনৰঃ

১ জুন—১৯৬২ চন; শেষ ৰাতি প্ৰায় ৮-২৩ মিনিট যোৱাত ৰাচলে বন্দীশালত ফাঁচী দিয়া হ'ল—আইকমেনক। —অপৰাধ—নৰহত্যা! এজন নহয়—দুজন নহয়, ১৯৩৯ চনৰ পৰা ১৯৪৫ চনৰ ভিতৰত যাঠীলাখ কেঁচা ইহুদীৰ প্ৰাণ অতি জঘন্য ৰূপে আইকমেনৰ হাতত শেষ হ'ল। এজন মানুহৰ কাৰণে ইমান ভয়ানক হত্যাকাণ্ড অসম্ভৱ যেন হলেও—আইকমেনৰ বাবে সি সম্ভৱ হৈছিল। এই অমানুষিক হত্যাকাণ্ডৰ গুৰিতে আছিল আইকমেনৰ গভীৰ কৰ্ত্তব্যবোধ—উৎকট দেশপ্ৰেম আৰু অসীম ধৈৰ্য্য। সেয়েহে জীৱনৰ একেবাৰে অন্তিম সময় কণতো তেওঁ কামনা কৰিছিল—"দীৰ্ঘজীৱি হওক জাৰ্ম্মান—দীৰ্ঘজীৱি হওক আৰ্জেন্টিনা, দীৰ্ঘজীৱি হওক অষ্ট্ৰিয়া। এই তিনিখন দেশৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক আৰু মই এই তিনিখন দেশক কোনোমতে পাহৰিব নোৱাৰো।"

যাঠী লাখ জীয়া মানুহক নিজ চকুৰ আগত হত্যা কৰি যি মৃত্যু পৰ্য্যন্ত ধৈৰ্য্য আৰু সাহসেৰে থাকিব পাৰে তেনেখন বুকুৰ সাহসক আৰু অসীম ধৈৰ্য্যক আমি ধন্যবাদ নিদি নোৱাৰো। আইকমেনৰ ধ্বংস হলেও তেওঁৰ ধৈৰ্য্য—কৰ্ত্তব্য-বোধ জ্ঞান আৰু সাহসক আমি যুগে যুগে আহ্বান জনাওঁ।

( ১০৩ পৃষ্ঠাত চাওক )

# কৱিতা

> "নিম্নাত বিশ্বৰ ভাবা জড় জগতত
> অব্যক্ত ভাবৰ হেতু মানসী দ্বৰাৰ
> সজীব কৱিতা সৃষ্টি এই মৰতত
> নিৰ্জীৱ কল্পনা কৰি অজৰ অমৰ—"
>
> —পদ্মনাথ গোহাঁই বৰুৱা—

## ঃ সন্দেহ ঃ

অধ্যাপক—
চৈয়দ আব্দুল মালিক

অৰণ্যৰ স্বপ্ন য'ত শেষ হ'ল,
তাতেই আৰম্ভ মোৰ যাত্ৰাৰ নতুন পথ।
এই পথ স্মৃতিৰ শ্মশান দেই—
আশাৰ দেশৰ ফালে হল ধাবমান—
বাতি আৰু অতীতক প্ৰণাম জনাই—
মোৰ পথ আগুৱালে—পথ য'ত আপুনি হেৰায়।
সম্মুখত সমুদ্ৰ কল্লোল নাই—
বিহগীৰ গীত নাই—
তৰাৰ আহ্বান নাই—
যি পথত পথ নাই—
আছে মাথো স্বপ্ন দেখাৰ স্বপ্ন—
আৰু ব্যৰ্থতাৰ আগুনীয়ে পোহৰোৱা
অবুত বেদনাৰ ফুল।
আছে য'ত এটা প্ৰশ্ন—

: এই বাট ক'ত শেষ হ'ব ?
: কোনো নতুন অনাবিষ্কৃত অৰণ্যত ?
: নতু কোনো শাওনকেঁচা অন্তৰৰ দিগন্তত ?
: নতু কোনো পাহাৰত—য'ত কোনো পবাণীৰ
ভৰিখোজ আজিও পৰা নাই ?
এই পথৰ মাজত।
ফাগুনৰ নিশ্বাসৰ বৃথা অন্বেষণ
এই নিশ্বাসত যেন আছে কোনো এক আলৰ বুঢ়া মৃত্যুৰ
হুমুনিয়াৰ প্ৰতিধ্বনি।
যি মৃত্যুৰ বাবে মই আৰু পৃথিবী আজিও
সাজু হোৱা নাই।
মই মাথো আগ বাঢ়ো আৰু সোধো :
মৃত্যুৰ দেশৰ কালে এই যাত্ৰা জানো
নতুন যাত্ৰাৰ প্ৰতিশ্ৰুতি ?

## জাগ্ৰত শিল্পী

শ্ৰীমিলা বৰা
২য় বাৰ্ষিক ( কলা )

ৰূপকোঁৱৰ ! তুমি এতিয়া জাগ্ৰত :
গভীৰ নিশা অলপ আগতে পাৰহৈ গ'ল।
কেঁচা টোপনিত কল্পনাৰ তুলিকাৰে
বোলছবিৰ ৰূপালী পৰ্দ্দাত—
সিহঁতে সপোন ৰচা নাই !
এই মাত্ৰ ঠিক অলপ আগতে
সিহঁতো জাগ্ৰত শেষ ৰাতিৰ কুকুৰা ডাকত॥
সিহঁতৰ মৃত্যু ঘটা নাই—:
নিৰ্বাহ কৰ্ত্তব্যপ্ৰিয় তন্দ্ৰালস মুমুৰ্ষ প্ৰাণত
আত্ম চেতনা জাগি উঠিছে ;

অনুকম্পাৰ—আশাভৰা কৃতজ্ঞতাৰ
এটুপি সজল চকুলো—সিহঁতৰ চকুৰ পতাত॥
মচ্‌ ভিদত সেইয়া আন্ধান পুৰত্তি নিশাৰ ;
উদয়াচলত—এমোকোৰা ৰক্তিম আভা—,
অলপ পোহৰ অলপ আন্ধাৰৰ মাজত—
পুৱতিৰ জোনটো সোমাই পৰিছে
অলপ পাচতে ৰাতি পুৱাব !!

* * *

লুইতে সাঁথৰ কয়—বহুতো দিনৰ
পুৰণি—সাধু—সভ্যতা সংস্কৃতি।

সোৱণশিৰিৰ সোণ চেকুৰাত
খাচী-জয়ন্তীয়াৰ মোহ :
সীমান্তত চীনৰ উকি "লাডাখ" আমাৰ
হিমগিৰি! তুমি এতিয়াও নিমাত?
কলং, কপিলী, ধনশিৰি, দিখৌৰ
বলিয়া বানে—পাৰ ভাঙে—
ভাষা জননীৰ কঠীয়াতলীত
আজিও প্ৰেৰণাৰ উৰ্ব্বৰ পলসৰ ইন্ধন
কাব্য-সুৰৰ ইত্যাদি ইত্যাদি !!
তোমাৰ মন আকাশৰ দিক্‌বলয়ত
অজস্ৰ প্ৰশ্নৰ ৰেখা—ভাষা—সভ্যতা—সংস্কৃতি॥
অভিসম্পাত হবলৈ তুমি সিহঁতক
শাওপাত নিদিবা।
আমাৰ মনৰ ডাৱৰ ফালি সূৰুয ওলাল—
বামধেনু বুলীয়া সূৰুয॥
হে শ্যামলি! তুমি—এতিয়া সূৰুযমুখী !!
আমাৰ মন সাগৰত অজস্ৰ জোৱাৰ,
প্ৰাণ আগ্নেয়ত শত শত বিচুবিয়াচ
আমাৰ চকুত এহেজাৰ জোনাকীৰ বন্তি॥

* * *

হে সুৰ শিল্পী মৃত্যুঞ্জয়ী বীৰ!
তুমি—আজি বহুত দূৰত—
চকুৰে নেদেখা দৃষ্টিৰ আঁৰত—।
আমাৰ পঙ্কিলময় পৃথিবীখন
আজি ৰূপত আৰু মনোজ্ঞ হৈ উঠিছে;
তুমি যদি এবাৰ আহিলাহেঁতেন!
নৃত্য ৰত পৃথিৱী খনত—
খণ্ডেকীয়া বিভেদ পাহৰি—
কেঁচা মৰমৰ ৰহণ ঢালি আমি
সুন্দৰৰ ৰূপ-লেখা ৰচো তোমাৰ কবিতাৰে॥

লাচিতৰ হাতত আজি হেঁদানে নেনাছে
শৰাই ঘাটত;
বঙ্গহৰ মোমাই আজি জীৱন্ত!
"ৰঞ্জিত"ৰ তেজৰ চেকুৰাত "সূৰ্য্য"ৰ পোহৰে
আজি বিচৰা নাই—
ৰক্তাক্ত স্নেহ শিলিগুৰি—প্ৰাগজ্যোতিষত—
ৰক্তৰ বিনিময়ত তেজৰ প্লাবন! (??)
হে শিল্পী! তোমালোকৰ দ্বৈত সঙ্গীতৰ
অমৃতময় ললিত ঝংকাৰৰ
জীয়া চলৰ প্লাৱন নামিছে এই—
মৃত্যুশীল শঙ্কাকুল পৃথিৱী খনলৈ!
প্ৰখৰ গ্ৰীষ্মাক্ত পৃথিবীখন
কমনীয়, ৰমণীয় আৰু মোহনীয় লাগিছে
শৰতৰ স্নিগ্ধ কিৰণ পৰাত;
—আৰু—
অলপ পাচতে বসন্তও নামিব,
—তেতিয়া—
গোলাপৰ পাপৰিত জন্মিব সৌৰভ
প্ৰেমৰ—অমিয়া—;
সৃষ্টি হব শত বেবিলন
সৃষ্টি হব শত তাজমহল
সৃষ্টি হব শত বিয়েত্ৰিশ মমতাজৰ !!
বুৰঞ্জীৰ বোকোচাত লাগক থলক
জন্মিব আকৌ "ডিভাইনৰ" ডান্টে—
শ্বেক্‌চপিয়েৰৰ মঞ্চত "জুলিয়াচ চিজাৰ"॥
মমতাজৰ বুকুভৰা এবুকু মৰম
সাক্ষীতাৰ মাৰ্ব্বলৰ তাজ;
পিৰামিডৰ মামীবিলাক কাচল হৈ গ'ল—
পৃথিবীখন বহু হাজাৰ যুগ আগুৱাই গ'ল—
কটনৰ বহল মজিয়াত কলিজাৰ কেঁচা তেজ!

মহাকাশত সঙ্গীতৰ সুৰ আৰু
কবিতাৰ ছন্দহীন স্পন্দন ;
আমাৰ আক্ৰোশ, জীয়াই থকাৰ মোহ—
প্ৰাণৰ মমতা –;
"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে……"

* * *

হে দেৱ! তোমাৰ বন্দনা গীতি
মুখৰিত প্ৰতিধ্বনিত ॥
কাব্য ঝংকৃত ভাষা জননীৰ প্ৰাণ
আজি উতলা—,
তোমাৰ পঞ্চম সুৰৰ—গীতিময় কাব্যময়
ছন্দময় হিল্লোল—
অসমৰ দিগন্ত প্ৰসাৰি ॥
তুমি মৰিও অমৰ !!

---

## ॥ অনুৰোধ : অনুৰাধালৈ ॥

শ্ৰীবিজয় প্ৰকাশ বৰুৱা
৪ৰ্থ বাৰ্ষিক ( কলা )

শৰতৰ কোনো এটি
জোনালী নিশাত
একাজলী ৰূপালী জোনাক লৈ
ঝুনিনি মাজত মোৰ
নূপুৰৰ ৰুণু ঝুনু
অনুৰাধা!
তুলিছিলা তুমি।
যেতিয়া আছিল মোৰ
স্বপ্নৰতা হৃদকুত
আদৰণি প্ৰথম পুৰাৰ।
মোৰ এই শুকান আঙুলীবোৰ
তেতিয়া তোমাৰ
ঘন ক'লা চুলিৰ মাজত
সাঁতুৰি ফুৰিছিল।
এতিয়া বহুত নিশা।
দ্ৰৌপদীৰ পঞ্চ সন্তানৰ
তেজ লাগি কলুষিত তোৱা
ৰক্ত স্নাত দুটি হাত
এপিয়লা বৰকত থৈ
এতিয়া অশ্বত্থমাই চকুলো টুকিছে—।
সৌ গলীটোৰ ভুতবোৰে খেদি খেদি
দুৰ্ব্বল কুকুৰ কেইটা
কুচি মুচি শুই আছে—।
আজিও জোনাক সোণা
বাহিৰত পৰি আছে সিচৰিত হই—

* * * *

মই মাথো ভাবিছো এতিয়া
পৰা হলে গোবৰ্দ্ধন ধৰি
আজি এই উন্মুক্ত জোনাক খিনি
লুকুৱাই ৰাখিলো হেঁতেন।

কৃষ্ণচূড়াত থকা জোনাকীৰ মালা বোৰ
আজি মোৰ ভাল লগা নাই।
অনুবাধা!
এই সাধু হেৰোৱা দিনৰ
শৰতৰ এই সন্ধিয়াত
এৰি অহা এটি পাপৰিয়ে
আমনি কৰিছে;
বসন্তৰ পদৰেণু নপৰিলে
মোৰ ফুলনিত—।
কোনো মালিনীয়ে
এই ফুল ভুলটো নিচিছে
ফাগুনে নেওচি যোৱা
এই ফুলনিৰ।
আৰতিৰ জয় ঘণ্টা
আন্দৰণি সুৰ
বাজিছিল প্ৰথম পূজাৰ মাথো;
যষ্ঠিতে বিসৰ্জি মোৰ
পাষাণ প্ৰতিমা—
মন্দিৰৰ ৰুধিলো দুৱাৰ।
অনুবাধা—!
আজি এই শীতল জোনাক বোৰ
আতৰি পৰিলে—
তুমি কান্দিলৈ—
তোমাৰ বেৰত থকা
মকৰাৰ জাল খিনি—
মোৰ অনুবোধ—!
সোতা এটি লই গুচাই পেলাবা।

---

# হে যুদ্ধ বিদায়

(কহিমাৰ চিমেত্ৰীৰ সৌৰৱগীত)

জীৱন ফুকন
চতুৰ্থ বাৰ্ষিক (কলা)

নিলাজ পাহাৰৰ বুকুৰ মাজেৰে
লাজুকী জোনটিৰ মৃদু পৰশেৰে
হিমে ঢকা শুধ বগা আচল খনিৰে
শান্তিৰে, পাহাৰৰ বুকুত উমেৰে
শুই আছে—হাজাৰ অপৰাধী!

অপৰাধ?
দেশ প্ৰেম।

ব্ৰহ্মাৰ সৃজনতে কাবোবাৰ অভিশাপ
সেয়েহে ৰুদ্ৰৰ সংহাৰ

মাতৃময়ী ধৰণীৰ বুকুৰ মাজত
সিহঁতবোৰ শুই আছে
নিমাতে নিতালে। (এইয়া কহিমাৰ চিমেত্ৰী)

সিহঁতে শুনে জানো?
শুনিছিল জানো?
পাহাৰতে লেতিলই বাগৰি অহা
কুলু কুলু তটিনীৰ তান,
পঞ্চম সুৰত গোৱা বিহগীৰ সুৰ।
ইমান জাবতো
কান্ধত হোবাৰ বোজা ভাগকৰা আশা এটি লই
হঃ হাঃ হুমুনিয়া—কিমানযে দুখ—!
তথাপিও পাহাৰৰ বুকুভেদি সবকি আহে
"বাবা" আৰু মোবাটচৰ (আও জাতিয় নাচ)
নাচোনৰ চেৰে চেৰে উজাৰি উঠা
ঢোলৰ শবদ।

দেখিছিল জানো?
সুমথিৰা বৰ্ণচুৰা পূৰ্ণিমাৰ জোনযেন
দুগালত বহল চৰোৱা—পাহাৰী গাভৰু বোৰৰ
মুকুতা টোপাল বোৰ
সৰি সৰি পৰা।
উদং ওঁথ বুকুবোৰ সুকৰৰ ৰং চুমে
নোদোকা নোদোক ভৰি
বনৰীয়া ঢেকিয়াই চুমাবোৰ খায়।
নিলাজী লতাবোৰে চল পালে আঁকোৱালে
ওথ বুকুখনি যেন জোকাবি পেলাই।
ভগুতপস্বী যেন ধ্যান নিমগনা পাহাৰবোৰে
সকলোকে চাকি ধৰি—নিজে মট্ট হৈ
লুলুপ নয়নেৰে চায়।

চাওৰ "আভা"ত (তাতৰ শাল) সোৱা পাহাৰী গাভৰু
সুঠাম বাহুৰে, ৰঙীন কামনাৰে
'মাকো' (নগা কাপোৰ) বয়, অন্তৰৰ বাসনাৰে
ফুল বাচে তাত—
চেনেহৰ "অনপয়'ক (প্ৰেমীক)
দিব উপহাৰ।

* * *

১৯৪২—৪৩ চন
পাহাৰত জুই।
কহিমাৰ আকাশত লেলিহান অগনিৰ
লহ লহ জিভা।
সন্ত্ৰাসত পাহাৰো কঁপিছে।
জাপানী জাৰ্ম্মানী ভাই ভাই
"চিয়াক"ক (চাউথ ইষ্ট এচিয়া কামাণ্ড) নিৰ্ম্মূল কৰি
পৃথিবীক কৰিব বিজয়
সেইবাটে আহি—কহিমাৰ বুকুভেদি।
চিয়াকো শিয়াল নহয়
শত্ৰুকক দিব আগভেটা
সিংহৰ হুঙ্কাৰ উঠ—"চুপৰিম কামাণ্ডৰ"
প্ৰলয়ঙ্কৰী আদেশত পাহাৰো কঁপিলে।

আকাশ চাতিছে বিমানে
পাহাৰত পদাতিক বীৰ
শবদত ধ্বনী অথিৰ
হাঁহাকাৰ কোলাহল কোনে কাক চায়।
শেষ হ'ল শত শত ধুনীয়া গাভৰু
বনৰীয়া ব্যাঘ্ৰইয়ো ভয় কৰা ডেকা
আৰু গৰ্ভৱতী নাৰী
উস! কেচুৱা বোৰ?
শবোৰ খাবলৈও শগুণৰ অভাৱ।

বিভীষিকা ভৰা উত্তপ্ত ভূমিক চাহাৰাই
হাৰ মানে—
এইয়া নতুন চাহাৰা—কহিমা।
মৃত্যুক নেওচি হোৱা তুমুল সংগ্ৰাম।
জড় হৈ পৰি থকা কহিমাক দেখি
"চিয়াক"ৰ ভাগ্য আকাশত
নীৰৱে চকুলো টোকে
মৌনহৈ জোৎস্না হেকৰাই
নতুন বেলিয়ে।

জড় কহিমাৰ বুকুৰ মাজত
স্পন্দন বিহীন সৌ অপৰাধীবোৰ
গীতা, কোৰাণ, বাইবেল আদিৰ
পবিত্ৰ বাণীবোৰ সিহঁতৰ কাৰণে নহয়

একতাৰ এডাল জৰিৰে বান্ধ খাই
এখন ঘৰতে যেন একেখন চালৰ তলতে
সিহঁতবোৰ থাকে নিৰ্ব্বিকাৰ ভাৱে।
মাত হৰি নিলে
দেহাবোৰ শেষ হৈ গ'ল।
আত্মাই পৰমাত্মা লাভ কৰে।

আতমাৰ আহ্বানত
অন্তৰ পবিত্ৰ কৰে;
শোক লাগে;
হিয়াত্ত পোৰণি উঠে বুকু ভাগি যায়
কবৰৰ শিলবোৰ লেখি।

কান্দি কান্দি ওলোলোৱা
পুৰতি নিয়ৰে তিতা
সুধবগা তগৰৰ এটি পাহি লই,
উদাস পৰাণ লৈ
এখুজি দুখুজি কৈ
লাহে লাহে গই গই
কবৰোৰে ধালি দিলো ফুল
এটি কবৰত
(সেই কবৰটি এটি ১৬ বছৰীয়া সৈনিকৰ)
অভাগা সি—অভাগীৰ সন্তান।
তাতোকৈও বয়সীয়া আৰু বহুটো
ককায়েক, দদায়েক হয়তোবা বাপেকো
তাতেই শুইছে চিৰকাললৈ সকলোটি মিলি।
একে আকাশ
একে মাটি
একে বতাহ
একে জোন বেলি—শান্তিৰ চহৰ।
কহিমা নগৰ।

বহুটো বোল হ'ল
পশ্চিমত বেলি ডুবু ডুবু
উদাস মনটো আৰু গধুৰ বুকুৰে
খোজ ললো ৰাজপথলৈ।
এটুকুৰা ঠিয়শিলে
বুকুত অব্যক্ত বেদনা লই
ৰই আছে—প্ৰচাৰিছে বাণী—
"When you go home tell them of us;
We gave our today for your tomorrow"

* * *

হে পথিক—
থন্তেক ৰোৱা
তোমাকেই কলো—
ভালকৈ শুনিলোৱা

একেখন আকাশ
একেখন পৃথিবী
একে বতাহ
একে জোন বেলিৰ তলতে
আমি জানো নাই থকা—নাই খোৱা—নাই লোৱা !
তেনেহলে আঁহা এতিয়াৰ
প্ৰণিপাত কৰি পুণ্যাত্মাক
এটিবাৰ পবিত্ৰ হিয়াৰে
নিজৰি বাগৰি অহা নয়নৰ নিৰে
খহিদৰ বেদীখন দিয়াহি তিয়াই
বিশ্বই চিঞৰক উচ্চস্বৰে
"হে যুদ্ধ বিদায় !"

## ঃ আহাৰৰ প্ৰথম দিবস ঃ

শ্ৰীমুকলী শইকীয়া
—প্ৰাক্তন ছাত্ৰ—

আহাৰৰ প্ৰথম দিৱস
বৰবামুখৰ এয়া—
এচপৰা কলিয়া ডাৱৰ।
হাজাৰ সপোন জগা
কালজয়ী প্ৰেমৰ পৰশে
অলিয়া বলিয়া কৰা
কোনো এক প্ৰেয়সীৰ
থুক থুক কঁপি উঠা ওঁঠ।
অনেক আকুতি লৈ
হৰিণী নয়ন দুটি সিক্ত লোটকৰ
বেদনা বিধুৰ কোনো—
শাপ ভ্ৰষ্ট বিৰহী যক্ষৰ
এবোজা মৰম অনা
আজি এয়া আহাৰৰ
প্ৰথম ডাৱৰ
আমাৰ পৃথিবী এয়া—
সপোন সপোন যেন
হাজাৰ কামনা য'ত ফুলি শেষ হয়।
বিক্ত হোৱা মানুহৰ আদিম সম্ভাৰ
বৃন্তচ্যুত অনাদৃত মদাৰৰ প্ৰায়
মৌনক্লান্ত নিৰৱ নিঠৰ।
উদাস উদাস লগা আশা আৰু ভয়
যৌৱনে আমনি কৰা
ব্যথাহত কৃষক ডেকাৰ
হাজাৰ আশাৰ—
বুকুৰ বাতৰি অনা কলিয়া ডাৱৰ।

* * *

অনেক কবিতা জাগে
পৃথিবীয়ে সেউজীয়া হব।
শস্য শ্যামলা এই মাটিৰ বুকত

আশাভৰা সপোন ফলিব।
"বস্তুবাদী" মানুহ মনৰ
নিৰ্জীব অনুভূতি জাগে
আজি এই কুৰি শতিকাৰ
দুৱাৰ দলিত
সভ্যতাৰ নৱ জাগৰণ
**মানুহৰ অতৃপ্ত আত্মাত**
**ক'তা ! নাই আজি প্ৰাণৰ স্পন্দন !!**
হে আকাশ !
তুমি যে উদাৰ।
আশা ভৰা এবুকু মৰমে
সাৰটি সাৰটি ধৰি
ৰাখিছা আৰবি
হিমচেঁচা পৃথিবীৰ মানুহৰ দল।

* * *

মোৰ এই প্ৰাণৰ মাজত
আকুল মিনতি লৈ
কোনো এক অজানিত বেদনা বুকুৰ
বাতৰিটি জনাবানে বাক ?
বিৰহী যক্ষৰ দৰে,—
স্মৃতি ভৰা প্ৰেয়সীৰ চঞ্চল মনৰ
গোপনে গোপনে কোৱা
মৰমে পৰশা কথা
আজি হেৰা আহাৰৰ
প্ৰথম ভাৱৰ ?

---

## ঃ আক্ষেপ কোনো এক অনিদ্ৰা নিশাৰ ঃ

শ্ৰীসৌৰেন্দ্ৰ নাথ দত্ত
৩য় বাৰ্ষিক ( কলা )

'মনোৰমা—এতিয়া কিমান বাতি ?'
হয়তো নিশাৰ ডেড়টা
মই কিন্তু এতিয়াও সাৰে আছো
সাৰে আছে মোৰ বুকুৰ
এবুকু মৰম— ;
বাহিৰত আঁউসীৰ মহা অন্ধকাৰ ভেদি
সাৰে আছে হেজাৰ বিজাৰ
ষ্ট্ৰীত লাইট—
আৰু সাৰে আছে মোৰ 'ওৱাল ক্লক'টো
গাৰু তলৰ বাঁহী ওৱাচ্‌টো।

মনোৰমা—তুমি কিন্তু এতিয়াও মহা নিদ্ৰাত ; অচেতন
মই অচেতন তোমাৰ ভাৱনাত
তোমাৰ কেঁচা মাংসৰ গোন্ধত
তোমাৰ ক'লা চুলিৰ
সুগন্ধি গোন্ধত ;
ভাব সাগৰত মোৰ উঠিছে জোৱাঁৰ।
সুদূৰ—পেৰিচ মহা নগৰীৰ হেজাৰ নীয়ন
লাইটৰ তলত
হেজাৰ প্ৰেমিকাই, প্ৰেমিকক সাৰটি ধৰিছে ;

ৰেষ্টোৰাঁত, কফি আৰু মদৰ বটলৰ
টুং টাং শব্দ উঠিছে।

মনোৰমা—তুমি কিন্তু এতিয়াও মহানিদ্ৰাত অচেতন
মই অচেতন তোমাৰ চিন্তাত।
এতিয়া বহুত ৰাতি

ৰক্তিম চকুহুটা খুউব পোৰে
টোপনি কিন্তু তথাপি নাহে।
চিল্ মিল্ টোপনি ; চকামকা সপোন
আলিঙ্গন ; চুম্বন ; আৰু স্বপ্নময়
প্ৰেমেৰে ভৰপূৰ হায়!
এয়েই মোৰ জীৱন॥

## —আক্ষেপ—

শ্ৰীমহেন্দ্ৰ বৰগোহাঞি
৪ৰ্থ বাৰ্ষিক ( কলা )

মৰমৰ সোণ মোৰ
মনত পৰেনে বাৰু?
সোণালী সন্ধ্যাত কোৱা অকলে অকলে—
জীৱনত পাই অহা প্ৰথম মৰমবোৰ
বৰ আকলুৱা
আৰু সোণ কৈছিলা
নিৰলে-নিপামে তুমি
প্ৰথম মৰমবোৰে পিচলৈ বেজাৰ দিয়ে।
সেয়া সোণ সময়ৰ পাখিত গজা
আলসুৱা মৰম ;
ই চেঁচুকৰ ডেম-ডেউকাৰ দৰে।
জীৱন চাকনৈয়াত অযুত ধুমুহা বলে
মান-অপমান আৰু—
কত শত অপমান সকলো চোৰাই নিয়ে।

সপিল পৃথিৱীত পাবা
না-না অভিনয়।
কিন্তু ; সোণ ই হায় মৰীচিকা
ভুলৰ সমাধি নাই
সেয়েহে ভুলকে কৰো
জীৱন—সূতা নেচাৰ নেভাগে আউল।
আক্ষেপ্ থাকিলেও
অভিযোগ নিৰৰ্থক
নিৰৰ্থক মান-অভিমান।
জীৱন ডায়েৰী মোৰ
কৰুণ স্মৃতিসনা
আক্ষেপ্ মাথো ৰ'ল
সময় বাগৰি গ'ল চকু-পচাৰতে।

## প্ৰগলভতা ??

শ্ৰীভূবনেশ্বৰ শইকীয়া
২য় বাৰ্ষিক ( কলা )

নিৰ্জ্জনতা – !
( তুমি ) ইমান ধুনীয়া
ইমান শীতল
গভীৰ তোমাৰ শূণ্য বক্ষ ;
অলেখ অযুত
বিশ্ব ব্ৰহ্মাণ্ডৰ
নোহোৱা জানো তুমিয়েই লক্ষ্য ?
সুনীল অনন্ত
গ্ৰহ নক্ষত্ৰাদিৰ
নোহোৱা জানো তুমি আধাৰ ?
ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত
কৰা তোলপাৰ
নাই একো পাৰাপাৰ তাৰ।
দৰ্শন বিজ্ঞান
যুগৰ ইতিহাস
সকলো তোমাৰ শ্ৰেষ্ঠ দান ;
যুগ চকৰিয়ে
এৰি গুচি গলে
তোমাতে পুনৰ পাব লীন।
অপাৰ মহিমা
করুণা তোমাৰ
দেখো বিশ্বৰ চৌদিগন্ত ;
শিল্পী তুলিকাত
ৰহস্য তোমাৰ
জীৱন্ত কৰি আপোন ৰূপৰ।
তাৰে প্ৰতিৰূপ ;
হেৰা নিৰ্জ্জনতা,
নোহোৱা জানো তুমিয়ে সউ,
শান্ত লুইতৰ
শীতল কোলাত
বাগৰি যোৱা অলেখ ঢউ।
চিৰ হতাশৰ
দগ্ধ জীৱনত
হিয়া ভাঙ্গি গায় করুণ গান ;
মাজ নিশা আহি
কেতেকী জনীয়ে
নিদিয়েনে !বাৰু তাৰে সন্ধান ?
গৌতম বুদ্ধই
মহান আদৰ্শক
তোমাৰ বুকুতে !বিচাৰি পায় ;
মহান, সত্যৰ
মহামন্ত্ৰ সাৰ
শূণ্যৰ বেদীতে পুনৰ লীন যায়
যত গিৰি গুহা
তোমাৰে করুণা
চিৰ সুন্দৰৰ সত্য ধ্যান ;
জ্ঞানৰ ভাণ্ডাৰ
তাতে পুঞ্জীভূত

মহামুনিৰ পুণ্য স্থান।
নিজান প্ৰেমিক
মহাপুৰুষৰ
মহা আদৰ্শ জ্ঞানৰ চাকি ;
জ্বলাই তুলিলে
তোমাৰ বুকুতে
সত্য সুন্দৰৰ ছবিটি আঁকি।
ওঁম্‌কাৰ ধ্বনী,
তোমাৰেই সৃষ্টি
শূণ্যৰ মাজৰ ইটি প্ৰাণ ;
ব্ৰহ্মাণ্ড ৰহস্য
কোনেনো শুনিব
আছে কোনো সিটি মহা ধ্যান ?

অনন্ত ব্ৰহ্মাণ্ড
তোমাৰেই ৰূপ
মহাশূণ্য বিকাশ
তোমাৰেই দান ;
চন্দ্ৰ সূৰ্য্যৰ
স্নিগ্ধ প্ৰসাৰতা
প্ৰলয় কিম্বা শান্তিৰ নিশান।
সকলো অসত্য
তুমি মাথো সত্য
আজীৱন গাম তোমাৰে গান,
ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত ;
তোমাতেই দেখো
সত্য, শান্তি, অলেখ শ্মশান।



প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য ৰঞ্জিত।
কৱিতা কল্পনাময়ী কৱিৰ বাঞ্ছিত॥

—বেজবৰুৱা—

# প্ৰবন্ধ

> "গতিশীল সাহিত্যই জীৱন্ত সাহিত্য। বৰ্ত্তমান যুগৰ সাহিত্যৰ অগ্ৰগতিৰ ফলাফল ভোগ কৰিব পৰৱৰ্ত্তী পুৰুষে। কিন্তু পূৰ্ব্ববৰ্ত্তী যুগৰ সাৰ্থক সৃষ্টিৰ বিচাৰ আৰু প্ৰচাৰৰ দায়িত্ব বৰ্ত্তমান পুৰুষৰ ওপৰত।"
>
> শ্ৰীকমলেশ্বৰ শৰ্মা।

## গোহাঞি বৰুৱাৰ নাট্য প্ৰতিভা

অধ্যাপক—শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা

ঊনবিংশ শতিকাৰ ষষ্ঠ আৰু সপ্তদশকত অসমী আইৰ ভাগ্যাকাশত উদয় হোৱা কেইটিমান উজ্জ্বল জ্যোতিষ্কৰ ভিতৰত সাহিত্যাচাৰ্য্য পদ্মনাথ গোহাঞি বৰুৱাৰ জ্যোতি অসমীয়া সাহিত্যত চিৰকালৰ কাৰণে মাৰ নোযোৱাকৈ থাকি যাব। অসমীয়া সাহিত্যৰ সাময়িক অভাৱ অভিযোগ বোৰলৈ লক্ষ্য ৰাখি কাব্য, কবিতা, নাটক, উপন্যাস, জীৱনী, আলোচনী, বুৰঞ্জী আৰু বিশেষকৈ পাঠ্য-পুথিৰ যোগান ধৰিবলৈ এই গৰাকী মহৎ দেশপ্ৰাণ সাহিত্যিকে আজীৱন অহোপুৰুষাৰ্থ কৰি অসমীয়া জাতি তথা সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা কৰি থৈ গ'ল। দেশ জননীৰ একনিষ্ঠ সেৱক স্বদেশ প্ৰাণ এইজনা মনীষীয়ে সৰ্ব্বতোপ্ৰকাৰে দেশবাসীক জাতীয়তাৰ ভাবেৰে উদ্বোদ্ধ কৰিবলৈ অসম বুৰঞ্জীৰ বাচকবনীয়া চিত্ৰ কেইটিমান লৈ, জয়মতী, গদাধৰ, লাচিত বৰ-ফুকন আৰু সাধনা নামেৰে চাৰিখনি বহুমূলীয়া বুৰঞ্জীমূলক নাটকেৰে অসমীয়া সাহিত্য ভঁৰাল তথা অসমীয়া ৰঙ্গমঞ্চ সমৃদ্ধিশালী কৰি থৈ গৈছে।

লোকমান্য বালগঙ্গাধৰ তিলক আদি মহাত্মা সকলৰ নেতৃত্বত সেই সময়ত ভাৰতবাসীৰ মাজত এটি জাতীয় জাগৰণৰ ভাব সঞ্চাৰিত হয়। স্বামী বিবেকানন্দৰ পাঞ্চজন্য ধ্বনিয়ে ভাৰতবাসীক মাভৈঃ মন্ত্ৰেৰে উদ্দীপিত কৰে। এই জাতীয় জাগৰণৰ ফল স্বৰূপে ভাৰতৰ প্ৰত্যেক প্ৰদেশতে দেশৰ জাতীয় নেতা আৰু বীৰ বীৰাঙ্গনা সকলৰ বাৰ্ষিক স্মৃতি দিবস আদি পালন কৰা হয় আৰু জাতীয় চেতনা বৃদ্ধিৰ সহায় স্বৰূপে বুৰঞ্জীমূলক কাহিনীবোৰ নাটক, উপন্যাস, প্ৰবন্ধ, কাব্য, কবিতা, গীত আদিৰ মাজেদি পুনৰ জীৱন্ত হৈ উঠে। মহাৰাষ্ট্ৰত লোকমান্য তিলকে শিৱাজী উৎসৱ পালন

কৰি জাতীয় বীৰ পূজাৰ শুভ উদ্বোধন কৰে। অসমতো ইয়াৰ আগৰে পৰা গুণাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্যই বুৰঞ্জীৰ আলমত জাতীয় চেতনামূলক প্ৰবন্ধবোৰ লিখি— বিশেষকৈ অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যই পাহৰণি, জাতীয় গৌৰৱ আদি উদ্দীপনাময়ী কবিতাবোৰ লিখি অসম দেশৰ অতীত গৌৰৱৰ কথা অসমবাসীক সৰিয়াই দিয়ে। ৰত্নেশ্বৰ মহন্তৰ 'জয়মতী' প্ৰবন্ধই, সতী-সাধ্বী বীৰাঙ্গনা জয়মতীৰ সতীত্ব কাহিনী উজ্জ্বল আলোক চিত্ৰৰ দৰে পঢ়ুৱৈৰ সমাজত দাঙি ধৰে। অসমৰ বুৰঞ্জীমূলক গৌৰৱে গোহাঞি বৰুৱা ডাঙৰীয়াক বিশেষ ভাৱে স্পৰ্শ কৰে। তেখেতে নিজেও এখনি অসম বুৰঞ্জী লিখে আৰু বুৰঞ্জীৰ গৌৰৱময় চিত্ৰ বোৰ নাটক আকাৰে লিখি ৰঙ্গমঞ্চত অভিনয় কৰালে সেই দৃশ্যকাব্যশ্ৰেণীয়ে প্ৰত্যক্ষদৰ্শীসকলৰ জাতীয়তাবোধ জাগ্ৰত কৰাৰ সম্ভাৱনা তেখেতে বঢ়িয়াকৈ উপলব্ধি কৰে।

সেই সময়ত আধুনিক অসমীয়া ৰঙ্গমঞ্চৰ শৈশৱ অৱস্থা বুলি কব পাৰি। প্ৰধান নগৰ কেইখনিত একোটিকৈ ৰঙ্গমঞ্চ প্ৰতিষ্ঠিত হলেও তাতো অভিনয় কৰিবলৈ অসমীয়া নাটকৰ অভাৱ হোৱাত বঙ্গালী নাটকেই আধিপত্য বিস্তাৰ কৰে। সেই সময়ত বেজবৰুৱা, গোহাঞি বৰুৱা, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, বেণুধৰ ৰাজখোৱা আদি সাহিত্য গুৰু সকলে এই অভাৱ দূৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰি কিয়দংশ কৃতকাৰ্য্য হয়। অভিনয় প্ৰেমীসকলৰ তাড়নাত পৰি তেখেতসকলে দহবন কাতি কৰি থৈ যথা শীঘ্ৰে নাটক সম্পূৰ্ণ কৰি দিবলৈ বাধ্য হোৱাত নাটকীয় সংলাপ, কৌশল আৰু চৰিত্ৰাঙ্কনৰ ফালে আশানুৰূপ দৃষ্টিপাত কৰিবলৈ অৱসৰ নেপাইছিল। গোহাঞি বৰুৱাৰ নাটকৰ প্ৰায় প্ৰত্যেক খনিতে পাতনিত আমি অভিনয়প্ৰেমী সকলৰ বাৰম্বাৰ অনুৰোধ আৰু লিখকৰ সময়ৰ অভাৱৰ কথাৰ উল্লেখ পাওঁ। গোহাঞি বৰুৱা নিজে তেজপুৰৰ বাণথিয়েটাৰৰ প্ৰতিষ্ঠাতা সকলৰ অন্যতম আৰু তেখেতেই এই ষ্টেজৰ প্ৰথম সাত বছৰ সম্পাদক আছিল। গতিকে এই ষ্টেজৰ অসমীয়া নাটকৰ অভাৱ পৰিপূৰণৰ গুৰুদায়িত্বও তেখেতৰ গাতেই পৰিছিল। গতিকে অভাৱ পৰিপূৰণ আৰু জাতীয়তাৰ উদ্বোধন এই দুটিয়ে আছিল গোহাঞি বৰুৱাৰ নাটক লিখাৰ মূল উদ্দেশ্য। সেয়েহে যদি আমি তেখেতৰ নাটক বিলাকত ঠায়ে ঠায়ে নাটকীয় কলাৰ ত্ৰুটি ঘটা দেখোঁ ; সেইবাবে আমি সেই সময়ৰ সামগ্ৰিক পৰিবেশকেই খাইকৈ দোষী কৰিব লাগিব।

মহাসতী জয়মতীৰ পতি আৰু ৰাজ্যৰ মঙ্গলৰ কাৰণে অসাধাৰণ আত্মত্যাগৰ কাহিনীকে কেন্দ্ৰ কৰি গোহাঞি বৰুৱাদেৱে 'জয়মতী' নাটক লিখে। নাটকখনি পাঁচ অঙ্কীয়া। ইয়াত উচ্চ পৰ্যায়ৰ পাত্ৰ-পাত্ৰীৰ মুখত অমিত্ৰাক্ষৰ ছন্দ আৰু নিম্ন পৰ্যায়ৰ সামাজিক মানদণ্ডৰ পাত্ৰ-পাত্ৰীৰ মুখত গদ্যৰ সংলাপ দিয়া হৈছে। ভাৰতীয় নাট্য কলাত গদ্য আৰু পদ্যৰ এনে সানমিহলি বচনৰ প্ৰয়োগ আগৰে পৰাই আছে। অসমৰ পুৰণি বুৰঞ্জী বিলাকত জয়মতীৰ নিৰ্য্যাতনৰ কাহিনীয়ে প্ৰাধান্য লাভ নকৰাটো এটি মন কৰিবলগীয়া কথা। তাৰ কাৰণ হৈছে—জয়মতীৰ হত্যাৰ আগলৈকে মাত্ৰ ১০ বছৰৰ ভিতৰত ছয় জনকৈ আহোম ৰজা, বিষয়াসকলৰ কু-চক্ৰান্তত পৰি সিপুৰীলৈ যাব লগা হৈছিল। ডেবেৰা বৰবৰুৱা, লালুক বুঢ়াফুকন,

আতন বুঢ়াগোহাঁই আদি ৰাজ ক্ষমতাশালী ৰাজ বিষয়া সকলে ৰজা ভঙ্গা পতা কৰি স্বয়ং ৰজাকেই নৃশংসভাৱে হত্যা কৰিছিল; আৰু তাৰ প্ৰতিক্ৰিয়া স্বৰূপে তেওঁলোকে নিজেও ঘাটকৰ হাতত প্ৰাণ দান দিব লগা হৈছিল। জয়মতীৰ শহুৰেক চুংখুঙীয়া ফৈদৰ গোবৰ কোঁৱৰে মাত্ৰ কুৰি দিনৰ কাৰণে ৰজা হৈ ঘাটকৰ হাতত প্ৰাণ দিছিল। ল'ৰাৰজা ৰত্নধ্বজসিংহৰ দিনত বহুতো নিৰ্দ্দোষী ৰাজকোঁৱৰৰ গুপ্তঘাটকৰ হাতত সেই একে দশাই ঘটিছিল। জয়মতীৰ মৃত্যুৰ পাছত তেওঁৰ স্বামী গদাধৰসিংহৰ হাতত 'লৰাৰজা'ৰো সেই একেই পৰিণতি ঘটিল। বুৰঞ্জীৰ এনে অসাধাৰণ ঘটনা-ৰোৰৰ মাজত পৰি জয়মতীৰ দৰে এগৰাকী সতী নাৰীৰ সতীত্ব মহিমা গাবলৈ বুৰঞ্জী লিখকৰ হয়তো অৱসৰেই নোলাল। গতিকে 'জয়মতী' নাটক লিখোঁতে লিখকে কল্পনাৰ বহল যথেষ্ট সানিব লগীয়া হৈছে। ল'ৰাৰজাই গদাপাণিক বধ কৰিবলৈ বিচৰাৰ দুটা কাৰণ নাট্যকাৰে নিৰ্দ্দেশ কৰিছে। এটা হৈছে গদাপাণি লৰা-ৰজাৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী আৰু আনহাতে তেৰেঁই যৌন প্ৰতিদ্বন্দ্বীও। নাটকত দেখুৱা হৈছে যে লৰাৰজাই জয়মতীক ভাল পাইছিল আৰু তেওঁক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল। কিন্তু জয়মতীয়ে বাহুবলী কোঁৱৰ গদাপাণিকহে স্বামী হিচাবে গ্ৰহণ কৰিলে। তাৰ কাৰণে গদাপাণিৰ ঈৰ্ষানল জ্বলি আছিল। এই প্ৰণয় কাহিনী গোহাঞিবৰুৱাৰ উদ্ভাৱন। কিন্তু এই কাল্পনিক প্ৰণয়ৰ সূতাদালিয়ে নাটকখনিৰ নাটক হিচাবে যে সৌন্দৰ্য্য বৃদ্ধি কৰিব পৰা নায়েই বৰং বুৰঞ্জীৰ লগতো এটি অসামঞ্জস্যতাহে বৃদ্ধি কৰিছে। কিয়নো বুৰঞ্জীমতে ৰজা হোৱাৰ সময়ত ল'ৰাৰজাৰ বয়স মাত্ৰ ১৪ বছৰ। লালুক বুঢ়াফুকনৰ ৫ বছৰীয়া কন্যাৰ লগত ল'ৰাৰজাৰ বিয়াৰ কথাও বুৰঞ্জীত উল্লেখ আছে। আনহাতে জয়মতীৰ বয়স সেই সময়ত কমপক্ষেও ৩০ বছৰ মান হোৱা যেন লাগে। শাস্তি ভোগ কৰি প্ৰাণ ত্যাগ কৰাৰ সময়তো জয়মতীৰ পুত্ৰ লাই-লেচাই আছিল। সেই সময়ত লাইৰ বয়স অতি কমেও ১০ বছৰমান হোৱা বুলি অনুমান কৰিব পাৰি। গতিকে লৰাৰজাৰ এই প্ৰণয়ৰ কাহিনী বুৰঞ্জীৰ লগত সমুলি খাপ খোৱা নাই। জয়মতী নাটকত চিনু আৰু জিন্তু নগা নাক জীয়েকৰ চৰিত্ৰ গোহাঞিবৰুৱাৰ সাৰ্থক সৃষ্টি। ৰসৰাজ বেজবৰুৱাৰ 'জয়মতী' নাটকত এই জিনুয়েই ডালিমীলৈ ৰূপান্তৰিত হৈ অনন্যসাধাৰণ ৰূপত প্ৰকাশ পাইছে। গাঁৱলীয়া চিত্ৰ অঙ্কণত তেখেতৰ অন্যান্য নাটকৰ দৰেই জয়মতীতো গোহাঞিবৰুৱাদেৱে কৃতকাৰ্য্যতা লাভ কৰিছে। জয়মতীৰ মৃত্যুৰ আগতেই ৰজা আৰু নৃশংস বিষয়া সকলক জয়মতীক অন্যায়কৈ শাস্তি দিয়া কাৰ্য্যৰ বাবে অনুতাপ কৰোৱাই তেওঁলোকৰ অন্তৰ্দ্বন্দ্ব দেখুৱাত নাটকীয় ভাব কিছু দুৰ্ব্বল হৈছে। এই অনুশোচনা জয়মতীৰ মৃত্যুৰ পিছত দেখুৱা হলেহে করুণ ভাব আৰু বেচি হলহেঁতেন। জয়মতীক শাস্তি দিয়াটো বেয়া হৈছে বুলি যদি তেওঁলোকে আগতেই বুজে তেনেহলে তেওঁলোকে তেনে কৰ্ম্ম কৰাবই বা কিয়? চেক্সপীয়েৰৰ মেকবেথে ৰজা ডানকানক হত্যা কৰাৰ আগতে ৰজাক কিয় হত্যা কৰিব নেলাগে তাৰ যুক্তি তেওঁৰ বিখ্যাত স্বগতোক্তিত প্ৰকাশ কৰিছে সঁচা, কিন্তু এই যুক্তিৰাশিৰ

বিপক্ষে চেক্সপীয়েৰে লেডী মেকবেথৰ অখণ্ড প্ৰভাৱৰ আগত মেকবেথৰ দুৰ্ব্বলতা আৰু পৰাজয় দেখুৱাইছে। জয়মতী নাটকত এনে উন্নত কৌশল নাট্যকাৰে প্ৰয়োগ কৰিব পৰা নাই বাবেই শেষৰ ফালে নাটকীয় গাঁথনি শিথিল হৈ পৰাটো লক্ষ্য কৰিব পাৰি। তথাপি জয়মতী নাটকত গুণৰ মাত্ৰা দোষতকৈ বহুত বেছি। এইখনিয়েই তেখেতৰ সৰ্ব্বশ্ৰেষ্ঠ বুৰঞ্জীমূলক নাটক। এই নাটকৰ জয়মতী চৰিত্ৰৰ গাম্ভীৰ্য্য, পতিভক্তি, একাগ্ৰতা, কষ্টসহিষ্ণুতা, সাহসিকতা, দেশপ্ৰেম আৰু আত্মত্যাগ অসমীয়া নাৰীৰ কাৰণে চিৰকাল আদৰ্শ হৈ ৰব। ৬২ বছৰৰ আগতে ছপা হোৱা এই নাটকখনি এতিয়া জয়মতী উৎসৱ সমূহত অভিনয় হোৱা দেখা যায়। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে জয়মতীক কথাছবিলৈ ৰূপান্তৰিত কৰি অসমীয়া কথাছবি শিল্পৰ শুভ উদ্বোধন কৰে। আনহাতে এইখনিয়েই প্ৰথম অসমীয়া বুৰঞ্জীমূলক নাটক। সেই হিচাবেও ই অসমীয়া নাট্যসাহিত্যৰ বুৰঞ্জীত চিৰকাল উজ্জ্বল হৈ জিলিকি ৰ'ব।

'গদাধৰ' নাটকখনি ইয়াৰ ৭ বছৰৰ পিছত ১৮২৯ শকত প্ৰথম প্ৰকাশ হয়। জয়মতীৰ আত্মদানৰ ফল স্বৰূপে এই দ্বিতীয় নাটকখনিত তেওঁৰ স্বামী গদাপাণিয়ে গদাধৰসিংহ নাম লৈ অসমৰ ৰাজসিংহাসনত আৰোহণ কৰি সকলো অন্যায় অত্যাচাৰৰ অৱসান ঘটোৱাটো দেখুৱা হৈছে। আগৰ খনিৰ দৰেই এই খনিও ৫ অঙ্কীয়া নাটক আৰু ইয়াৰো মূল চৰিত্ৰবোৰৰ মুখত অমিত্ৰাক্ষৰ ছন্দ আৰু ইতৰ চৰিত্ৰৰ মুখত গদ্যবচন দিয়া হৈছে। আগৰখনিৰ দৰেই এই খনিটো লিখকে গাৰ্হস্থ্য কথোপকথনৰ চিত্ৰ কেইটি বেচ মনোমোহাকৈ ফুটাই তুলিছে। গদাধৰৰ চৰিত্ৰ অঙ্কণ জয়মতীৰ চৰিত্ৰ অঙ্কণৰ লগত তুলনা কৰিব নোৱাৰি। জয়মতী চৰিত্ৰৰ আত্মবল, সাহ আৰু আত্মত্যাগ একোৱেই গদাধৰ চৰিত্ৰত ফুটি উঠা নাই। ইয়াত গদাধৰক পৰিস্থিতিৰ দাস হিচাবেহে দেখুৱাই তেওঁৰ চৰিত্ৰৰ মৰ্য্যাদা বহুতো পৰিমাণে ক্ষুণ্ণ কৰা হৈছে। চৰিত্ৰ অঙ্কণ আৰু গাঁথনিৰ ফালৰ পৰা নাটকখনি দুৰ্ব্বল হলেও অসম বুৰঞ্জীৰ এটি দুৰ্য্যোগপূৰ্ণ চিত্ৰ বুৰঞ্জীৰ পৰা বিশেষ ভাৱে আঁতৰি নোযোৱাকৈ নাট্যকাৰে সফলতাৰে দৃশ্যকাব্যলৈ পৰিণত কৰিছে। এনে ধৰণৰ বুৰঞ্জীমূলক নাটকে দৰ্শকৰ জাতীয় চেতনা জগাই তোলাত সহায় কৰে আৰু সেই উদ্দেশ্য সাধন কৰাত নাট্যকাৰ সফলকাম হৈছে।

'লাচিত বৰফুকন' নাটকখনি গদাধৰৰ ৮ বছৰৰ পিছত ১৮৩৭ শকত লিখে। আগৰ দুখনিৰ দৰে ইয়াত অমিত্ৰাক্ষৰ ছন্দৰ ব্যৱহাৰ নকৰি গদ্য বচনৰ ব্যৱহাৰ কৰিছে। এই নাটকো ৫ অঙ্কীয়া। এই নাটকৰ মূল ঘটনাবিলাকত লিখকে বুৰঞ্জীৰ পৰা আঁতৰি নাহি বুৰঞ্জীৰ ঘটনাকে অবিকল নাটকীয় ৰূপ দিবলৈ যত্ন কৰিছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ 'শৰাইঘাটৰ যুদ্ধ' আৰু 'লাচিত বৰফুকন' নামৰ প্ৰবন্ধ দুটিৰ পৰা ইয়াৰ সমল গ্ৰহণ কৰিছে। দুটি এটি কাল্পনিক চিত্ৰ আছে যদিও নাটকখনি আৰম্ভণিৰ পৰা শেষলৈকে বুৰঞ্জীৰ দৰেই ধীৰ গতিতে আগবাঢ়ি গৈছে। ৰমণী গাভৰুৱে পুৰুষ বেশত মোগল ৰাজ-ছেৱেমৰ পৰা পলাই আহি যুদ্ধত

লাচিত বৰফুকনৰ ফালে গোপনে সহায় কৰা আৰু তেওঁৰ লাচিত বৰফুকনৰ লগত আগৰ পৰা প্ৰণয় আবেগ থকাৰ কথা দেখুৱা হৈছে। এই দুয়োটা কথা লিখকৰ কাল্পনিক উদ্ভাৱন। ইয়াৰে প্ৰথমটো অবান্তৰ কল্পনা আৰু ই নাটকৰ সৌন্দৰ্য্য বৃদ্ধিত কিবা সহায় কৰা যেন মনে নধৰে। লাচিত বৰফুকন নাটকখনিয়ে অসমীয়াৰ মাজত বীৰপূজাৰ প্ৰচলন কৰি জাতীয় জাগৰণৰ সৃষ্টি কৰা কামত বিশেষ সহায়প্ৰদ হৈছিল। এতিয়া এই লাচিত বৰফুকনৰ কাহিনীকে কেন্দ্ৰ কৰি অসমীয়া কথাছবিৰ সৃষ্টি হৈছে। ঠাঁজী আদি অনেক ঠাইত বছৰি বছৰি সমাৰোহেৰে লাচিত উৎসৱ পালন কৰা হয়। গোহাঞিবৰুৱাদেৱে নাটক লিখাৰ সময়ত অসমৰ নাট্যসাহিত্য আকাশত বেজবৰুৱাকে আদি কৰি দুটি এটি তৰাৰ মাথো উদয় হৈছিল। অসমীয়া নাটকৰ ক্ষেত্ৰত আহি আৰু প্ৰতিযোগিতাৰ অভাৱত বেজবৰুৱা, গোহাঞি বৰুৱা দুয়োগৰাকী কৃতী সাহিত্যিকৰ নাটকতে কিছুমান ত্ৰুটী থাকি গৈছিল। এই একে ঘটনাকে কেন্দ্ৰ কৰি বেজবৰুৱাইও চক্ৰধ্বজসিংহ নাটকখনি লিখিছিল। সেই সময়ৰ অসমীয়া ৰঙ্গমঞ্চৰ অভাৱ পুৰণত এই নাট্যকাৰ সকলৰ অৱদান লেখত লবলগীয়া।

গোহাঞিবৰুৱাৰ 'সাধনী' নাটকখনি চুতীয়া ৰজা নীতিপালৰ মহিষী সাধনী মহাসতীৰ চৰিত্ৰক কেন্দ্ৰ কৰি লিখা। এই নাটকখনিও পাঁচ অঙ্কীয়া আৰু অমিত্ৰাক্ষৰ ছন্দত লিখা। নাটকীয় মানদণ্ডৰ ফালৰ পৰা চালে সাধনীক জয়মতীৰ পাচতে স্থান দিব পাৰি। চুতীয়া কন্যা সাধনীৰ অসামান্য পতিভক্তি আত্মত্যাগ আৰু মনোবল এই নাটকত ফুটি উঠিছে। এই নাটকতো লিখকে অসম বুৰঞ্জীৰ পৰাই সমল আহৰণ কৰি মূল ঘটনাৰ পৰা বিশেষ আঁতৰি যোৱা নাই। গাৰ্ঁলীয়া চৰিত্ৰ আৰু কথোপকথনৰ ক্ষেত্ৰত অন্যান্য নাটকৰ দৰেই ইয়াতো লিখকে কৃতিত্বৰ পৰিচয় দিছে। নাটকীয় গাঁথনিৰ শিথিলতা, চৰিত্ৰ অঙ্কণত অপৈণতা আৰু সংলাপৰ ওজস্বীতাহীনতাই নাটকখনি অনেক ঠাইত নিষ্প্ৰভ কৰিলেও বুৰঞ্জীৰ এটি কৰুণ ঘটনাক দৃশ্যকাব্যলৈ পৰিণত কৰি জাতীয়তাবোধ জগাই তোলাত আৰু সাধনীৰ দৰে এটি নিৰ্দোষী সতী জীৱনৰ আদৰ্শ চিত্ৰ দাঙি ধৰাত নাটকখনি সুন্দৰভাবে কৃতকাৰ্য্য হৈছে। সতী সাধনীৰ স্মৃতি উৎসৱ আজিও অসমৰ গাৱেঁ ভূঞে পালন কৰা হয়। এই সাধনী উৎসৱৰ গুৰিতে যে গোহাঞি বৰুৱাৰ সাধনী নাটকখনি অন্তপ্ৰেৰণাৰ থলী তাক বঢ়াই কবৰ আৱশ্যকতা নাই।

'বাণ ৰজা' নাটকখনি গোঁহাঞি বৰুৱাৰ সোণ-বৰষা কাপৰ পৰা ওলোৱা একমাত্ৰ পৌৰাণিক নাটক। তেজপুৰৰ বাণষ্টেজৰ গোহাঞি বৰুৱা দেৱেই প্ৰতিষ্ঠাপক সম্পাদক। এই ষ্টেজ বাণ ৰজাৰ নামেৰেই নামাম্বিত কৰি যাৰ স্মৃতিত ষ্টেজটি পতা হৈছে সেই প্ৰাচীন কামৰূপৰ প্ৰবল প্ৰতাপী তেজস্বী মহাবলী বাণৰজাৰ কীৰ্তিকাহিনী হৰিবংশ ভাগৱত আদিৰ পৰা আনি তেখেতে বাণৰজা নামৰ সম্পূৰ্ণাঙ্গ নাটকখনি লিখি উলিয়ায়। গোহাঞি বৰুৱাতকৈও আগতে ২১ বছৰীয়া কিশোৰ লিখক ৺জ্যোতিপ্ৰসাদ আগৰৱালা দেৱে 'শোণিতকুঁৱৰী' নাম দি এই একে কাহিনীকেই নাটকীয় ৰূপ দিয়ে। কিশোৰ লিখক জ্যোতি

প্ৰসাদৰ কলাৰ প্ৰতি অত্যন্ত ধাউতি আৰু বয়সৰ অনুৰূপে শোণিত কুৱঁৰী নাটকখনি বৰ কাব্যিক হোৱা বুলি আৰু অন্যান্য বহুতো কলাসুলভ গুণ থকা স্বত্বেও নাটকখনিত শ্ৰীকৃষ্ণ আৰু মহাদেৱৰ চৰিত্ৰত পৌৰাণিক গাম্ভীৰ্য্য ফুটি উঠা নাই বুলি উল্লেখ কৰি ডাঃ বাণীকান্ত কাকতীয়ে 'শোণিত কুৱঁৰী' সম্পৰ্কে 'চেতনা'ত এটি প্ৰবন্ধ লিখাত গোহাঞিঁ বৰুৱা দেৱে 'বাণৰজা' লিখোতে শ্ৰীকৃষ্ণ আৰু মহাদেৱৰ চৰিত্ৰৰ পৌৰাণিক গাম্ভীৰ্য্য ৰক্ষা কৰিবলৈ যত্ন কৰিছে। অসমীয়া গীতৰ সুৰ ৰঙ্গমঞ্চত তুলিবলৈ জ্যোতিপ্ৰসাদে যি যত্ন কৰিছিল গোহাঞিঁ বৰুৱাদেৱেও সেই যত্নত সঁহাৰি জনাই তেখেতৰ 'বাণৰজা'ত অসমীয়া সুৰীয়া গীত ৰঙ্গমঞ্চত তুলিছে। বাণৰজা নাটকৰ মূল সংলাপবোৰ গদ্যত দিছে। কিন্তু ভাষাত কৃত্ৰিমতা আৰু নাটকীয় গুণৰ অভাৱ পৰিলক্ষিত হৈছে। নাটকৰ মূল ঘটনাৰ অগ্ৰগতিৰ লগত সম্পৰ্ক নথকা পাণ্ডৱ শিবিৰৰ দৃশ্য দুটিয়ে নাটকৰ কলেৱৰ বৃদ্ধি কৰাৰ বাহিৰে অন্য কোনো প্ৰয়োজন সাধন কৰিছে বুলি কব নোৱাৰি। তদুপৰি দ্বাৰকাত নাৰদে অনিৰুদ্ধৰ বন্দীত্বৰ কথাৰ জাননী দিয়াৰ আগতেই আৰু যাদৱসকলে যুদ্ধ যাত্ৰা কৰি সাজু নৌ হওঁতেই পাণ্ডৱ শিবিৰত অনিৰুদ্ধৰ উদ্ধাৰৰ কাৰণে যাদৱসকলৰ যুদ্ধযাত্ৰাৰ লগত যাব নোৱাৰি আক্ষেপ কৰাটো দেখুৱা হৈছে। এইখিনিতে লিখকৰ অসাৱধানতাৰ চিনাকি পোৱা যায়। মুঠতে কবলৈ গলে পৌৰাণিক নাটকতো গোহাঞিবৰুৱাদেৱে সমালোচনাৰ অতীত সৰ্ব্বাঙ্গ সুন্দৰ নাটক লিখিবলৈ অসমৰ্থ হৈছিল তেখেতৰ সময়ৰ অভাৱৰ কাৰণে। অনেক ৰাজহুৱা দায়িত্ব আৰু স্কুল কলেজীয়া পাঠ্যপুথি সংকলনৰ কামত ব্যতিব্যস্ত হৈ থাকোতেই নাট্যামোদী সকলৰ বিশেষ তাড়নাত পৰি খৰখৰকৈ নাটক লিখা কামো হাতত লওঁতে ৰঙ্গমঞ্চৰ অভাৱ পুৰণৰ বাবেহে বিশেষকৈ লক্ষ্য ৰাখিবলগীয়া হৈছিল। নাটকীয় কলা হিচাবে চৰ্চ্চা কৰিবলৈ অনুকূল পৰিবেশ আৰু সা-সুবিধা নথকাতহে এনেবোৰ ত্ৰুটী ৰৈ গৈছিল।

গোহাঞিবৰুৱাদেৱৰ তিনিখনি সামাজিক নাটক হৈছে (১) গাওঁবুঢ়া (২) ভূত নে ভ্ৰম আৰু (৩) টেটোন তামুলী। শেষৰ খনক সামাজিক গুৰুলি থুৱঁটীয়া নাটক বুলিলেহে বেচি খাপ খায়। 'গাওঁবুঢ়া' খনেই গোহাঞিবৰুৱাৰ আটাই কেইখনি নাটকৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ। গাৱঁলীয়া জীৱনৰ নিখুঁত চিত্ৰ, ইংৰাজ বিষয়া সকলৰ শোষণ নীতি, মৌজাদাৰ আদি ইংৰাজৰ তোষামোদকাৰী বিষয়া কিছুমানৰ নিৰীহ জনসাধাৰণৰ ওপৰত অত্যাচাৰ আদিৰ এটি সুন্দৰ অনুপম চিত্ৰ এই গাওঁবুঢ়া নাটকত ফুটি উঠিছে। সংলাপ, চৰিত্ৰাঙ্কণ, পৰিবেশ সৃষ্টি আদি সকলো ফালৰ পৰাই নাটকখনি সৰ্ব্বাঙ্গ সুন্দৰ হৈছে। এনে ধৰণৰ সামাজিক নাটক অসমীয়া সাহিত্যত এতিয়াও বিৰল। ইংৰাজ বিলাক আমাৰ দেশলৈ অহাৰ সময়ত অসমৰ এটি আৰ্থিক ৰাজনৈতিক আৰু সামাজিক চিত্ৰ হিচাবেও এই নাটকখনি এটি অমূল্য সম্পদ। এই নাটকত ক'তো অতি-ৰাস্তৱতা বা অসম্ভাব্যতাৰ ছাঁ পৰা নাই।

'টেটোন তামুলী' কেৱল হাঁহিৰ কাৰণেই ৰচনা কৰা নাটক। এটি পুৰণি লৌকিক কাহিনীকে নাট্যকাৰে নাটকৰ ৰূপ দি হঁহুৱাবলৈ যত্ন কৰিছে।

ঠায়ে ঠায়ে গ্ৰাম্যতাদোষ ( Vulgarism ) ঘটি সুৰুচিত ব্যাঘাত নজন্মোৱাকৈ থকা নাই। নাটকখনি বেজবৰুৱাৰ 'লিটিকাই' নাটকৰ লগত তুলনা কৰিব পাৰি। ইয়াৰ কথাবোৰ অবান্তৰ আৰু অসম্ভৱ যেন লাগে। 'ভূতনে ভ্ৰম' ভূতৰ ভ্ৰম মানুহৰ মনৰ পৰা আঁতৰাবলৈ চেষ্টা কৰা এখনি উদ্দেশ্যমূলক নাটক। ইয়াতো অসম্ভাব্যতাৰ ছাঁ পৰিছে। এই দুখনি নাটক 'গাওঁবুঢ়াৰ' সমানে উপভোগ্য আৰু সৰ্ব্বাঙ্গসুন্দৰ নহয়।

ওপৰত উল্লেখ কৰা আঠখনি নাটকৰ বাহিৰেও ১৯ বছৰ বয়সৰ পৰা ৭৫ বছৰ বয়সলৈ একেৰাহে প্ৰায় তিনিকুৰি বছৰে গোহাঞি বৰুৱাই কাব্য-উপন্যাস পাঠ্যপুথি আদিৰে অসমীয়া সাহিত্যৰ সকলো অঙ্গকে পৰিপুষ্ট কৰি আজীৱন অধ্যৱসায়, সৰ্ব্বতোমুখী প্ৰতিভা, নিস্বাৰ্থ দেশপ্ৰেম আৰু গভীৰ সামাজিক সহানুভূতি, আদৰ্শ পাণ্ডিত্য আৰু কৰ্ম্মস্পৃহাৰ মাজেদি যেনেকৈ দেশ-মাতৃকাক সেৱা কৰি গ'ল তাৰ বাবে তেখেতৰ অমৰ আত্মাৰ প্ৰতি আজিৰ এই পুণ্যস্মৃতি দিবসত সশ্ৰদ্ধ নমস্কাৰ জনাইছোঁ।*

---

গোহাঞি বৰুৱাৰ সাহিত্য প্ৰতিভা উপলব্ধি কৰি সেই সময়ৰ অসম উপত্যকাৰ কমিচনাৰ আৰু বুৰঞ্জীবিদ গৰ্ডন চাহাবে কৈছে—"His Asamar Buranji is a book which in my opinion is weil suited for the use of schools. Padmanath writes in pure Assamese and does not over Sanskritise or introduce Bengalee words Unnecessarily. He is in my opinion a rising young man anc real friend to the Countrymen and their language and literature."

---

* ২১।১।৮২ তাৰিখে চন্দ্ৰকান্ত নলিকৈ ভৱনত শ্ৰীভুবন চলিহাৰ সভাপতিত্বত হোৱা গোহাঞিবৰুৱাৰ স্মৃতি দিবস উপলক্ষে অনুষ্ঠিত সভাত পঠিত।

# মহাপুৰুষ শ্ৰীমন্তশঙ্কৰৰ নিদৰ্শন

শ্ৰীতৰুণ চন্দ্ৰ গোস্বামী—
৪ৰ্থ বাৰ্ষিক ( কলা )

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অসমৰ প্ৰেৰণাৰ স্থল। জীৱনৰ বিভিন্ন শাখাত তেওঁৰ কৰ্মধাৰা প্ৰবাহিত হৈছিল। সাহিত্যৰ মূল বিচাৰি অসমীয়া সাহিত্যিকে শঙ্কৰদেৱৰ গুৰিলৈ যায়। সমাজ-সেৱক আৰু নাট্যামোদীয়ে তেওঁতে অনুপ্ৰেৰণা বিচাৰি পায়। ধৰ্ম আলোচনাতো তেওঁৰ নাম উল্লেখ হবই—সন্দেহ নাই।

অসমৰ ধৰ্ম, সমাজ, সুকুমাৰ কলা আৰু সাহিত্য ক্ষেত্ৰত শঙ্কৰদেৱে যি দান দি গল তাৰ তুলনা পাবলৈ বিৰল। তেখেতে ধৰ্ম আৰু সাহিত্যৰ ক্ষেত্ৰত এক নৱজাগৰণ সৃষ্টি কৰি থৈ গ'ল। শঙ্কৰদেৱে বুজিছিল যে আগেয়ে মানুহ বিলাকক শিক্ষিত কৰি পাচত ধৰ্ম্ম সাহিত্যৰ বিষয়ে আলোচনা কৰিলেহে দেশত নৱজেউতিয়ে দেখা দিব, নিজৰ মহত্ব আৰু সজ গুণেৰে ঘোৰ অন্ধকাৰত পৰি থকা বৰ্ব্বৰ মানুহবোৰক শঙ্কৰে বুটলি ললে। তেওঁ মানুহবোৰক সভ্যতাৰ পোহৰ দেখুৱাবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁ নিজৰ প্ৰতিভাৰ দ্বাৰা অতি সোনকালে সকলো মানুহকে বশ কৰি পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। এই উদ্দেশ্যে মানুহৰ অন্তৰত ধৰ্ম্মৰ বিকাশ ঘটাবলৈ "কীৰ্ত্তন", "দশম" "ভাগৱত" আদি ধৰ্ম্ম গ্ৰন্থ সুমধুৰ ছন্দেৰে ৰচনা কৰে। শঙ্কৰে মানুহৰ অন্তৰত জ্ঞানোদয় কৰিবলৈ "টোটয়", "ছটিমা" প্ৰকাশ কৰি মানুহৰ জ্ঞান পিপাসা বঢ়ায়। এনেকৈয়ে তেওঁ ধৰ্ম্ম সাহিত্যৰ দ্বাৰা অসমীয়া জাতি গঢ়ি তুলিলে।

"কীৰ্ত্তন" মহাপুৰুষৰ কবিত্ব প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন। কম পৰিসৰতে একোটা আখ্যান বা ঘটনা পাঠক বা শ্ৰোতাৰ হৃদয় সংবাদী কৰি তোলাত শঙ্কৰদেৱৰ প্ৰধান কৃতিত্ব। ভক্তিৰ মধুৰ প্ৰলেপে কীৰ্ত্তনখনক সৰু, ডেকা আৰু বুঢ়া সকলো শ্ৰেণীৰ লোকৰ প্ৰিয় কৰি তুলিছে।

একশৰণীয় ভাগৱতী ধৰ্ম্মৰ নীতিবিলাক ৰাইজক আকৰ্ষণীয় কৰি দিয়াটোৱেই আছিল শঙ্কৰদেৱৰ মুখ্য উদ্দেশ্য। শ্ৰীশঙ্কৰদেৱে ভাগৱতৰ সাৰোদ্ধাৰ কৰি যি হৰি ভক্তি প্ৰচাৰ কৰিছিল, সেই ভক্তি পথ অৱলম্বন কৰি বহুলোকেই চলিবলৈ আগ্ৰহ প্ৰকাশ কৰা বাবে, পূৰ্ব্বৰ প্ৰচলিত পূজা-পাতল, যাগ-যজ্ঞৰ প্ৰতি অনেকৰ আগ্ৰহ কমি আহিল। ভাগৱতৰ ভক্তিতত্বৰ কথা শুনি শাক্ত ধৰ্ম্মী মাধৱদেৱেো শঙ্কৰক গুৰু মানি জোৰণৰ কন্যাকো পৰিত্যাগ কৰি শৰণ লয়।

"কীৰ্ত্তন-ঘোষা" পুথিৰেই শঙ্কৰদেৱে ভক্তি প্ৰচাৰৰ প্ৰথম বাণী প্ৰচাৰ কৰে। শঙ্কৰদেৱে বৰদোৱাত কীৰ্ত্তন ঘৰ সাজি ভক্তিৰ প্ৰথম খুটি মাৰে। তাতে সত্ৰ আৰু নামঘৰৰ প্ৰথম বীজ ৰোপণ কৰে। ভক্তিয়েযে জাতি অজাতি নিবিচাৰি

সকলোকে নৰোত্তম কৰে এই কথা কীৰ্ত্তনৰ "পাষণ্ড-মৰ্দ্দনত" উল্লেখ কৰি দেখুৱাইছে। জন্ম জন্মান্তৰৰ সাধন নোহোৱাকৈ জ্ঞান পথ বা কৰ্ম্মপথ নধৰাকৈও শ্ৰেয়ঃ ভক্তিয়ে পৰম গতি দিব পাৰে।

শঙ্কৰদেৱৰ বৰগীত অসমীয়া সাহিত্যৰ এটি অতুলনীয় সম্পদ। তেওঁৰ বৰগীতৰ ছন্দে সকলোকে মুগ্ধ কৰে। বৰগীতবোৰৰ সুৰ আৰু ভাৱৰ মহত্বই বহুতো লোকক মহাপুৰুষৰ ওচৰলৈ টানি আনিছিল। ধৰ্ম্ম বাণী সমূহ প্ৰচাৰ কৰাত ই এটা ডাঙৰ অস্ত্ৰ হৈ পৰিছিল। সঙ্গীত শাস্ত্ৰৰ বিচাৰত শঙ্কৰদেৱৰ বৰগীতক ধ্ৰুপদ বুলিব পাৰি। বৰগীত যি কোনো তালতে গোৱাত বাধা নাই। সেই কাৰণে বৰগীতৰ তালৰ উল্লেখ নাই। শঙ্কৰদেৱৰ গীতত 'কৌ' ৰাগ বুলি এটা ৰাগৰ উল্লেখ আছে। এই ৰাগ তেওঁৰ নিজৰ উদ্ভাৱন। বৰগীত হিন্দু সঙ্গীতৰ ওপৰত প্ৰতিষ্ঠিত।

শঙ্কৰদেৱে অঙ্ক নামেৰে এক শ্ৰেণীৰ নতুন নাটক ৰচনা কৰে। ইয়াৰ অন্তৰ্গত সূত্ৰধাৰ আৰু চৰিত্ৰৰ বচন সমূহেই প্ৰথম অসমীয়া গদ্যৰ নিদৰ্শন। অসমৰ আধ্যাত্মিক, সাংস্কৃতিক, সামাজিক জীৱনৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ প্ৰচুৰ। বৈষ্ণৱ ধৰ্ম্মমূলক সামাজিক পদ্ধতিয়ে অসমৰ সামাজিক জীৱনক এটি স্পষ্ট আৰু সুস্থ ৰূপ দি তোলে। অসমীয়া ভাওনা অসমৰ আপুৰুগীয়া জাতীয় সম্পত্তি। অঙ্কীয়া নাটৰ ভাওনাত ভকতে ভক্তিৰ নিজৰা পায়, ভাৱৰীয়াই অমৃতৰ উহ পায়, দৰ্শকে আনন্দৰ ঢৌত মতলীয়া হয়। শ্ৰীমন্ত শঙ্কৰদেৱে এই ভাওনাৰ দ্বাৰা আগৰে পৰা উৰ্ব্বৰা অসমভূমিক আৰু উৰ্ব্বৰা কৰি গৈছে।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে অসমীয়া জাতিক দিয়া সাংস্কৃতিক অৱদানৰ ভিতৰত ভাওনাই প্ৰধান। অঙ্কীয়া নাটৰ ভাওনা শঙ্কৰ প্ৰতিভাৰ সৰ্ব্বশ্ৰেষ্ঠ নিদৰ্শন। তেওঁ নাটৰ গীত আদি ব্ৰজাৱলী ভাষাত লিখিছে। এই ভাষাত লিখাৰ উদ্দেশ্য দুটা আছিল বুলি অনুমান হয়। প্ৰথমতে এই ভাষাত লিখা গীত পদ আদি সকলো দেশৰ বৈষ্ণৱে বুজিব পাৰিব। দ্বিতীয়তে এইদেশৰ মানুহে গীত পদ নাটৰ জৰীয়তে এই ভাষা শিকি ভাৰতৰ অইন অইন ঠাইৰ বৈষ্ণৱ সকলৰ লগত সহজে মিলিব পাৰিব। অসমীয়া বৈষ্ণৱ সকলক সৰ্ব্বভাৰতীয় বৈষ্ণৱৰ সৈতে একে শাৰীতে ঠাই দিয়াটোৱেই আছিল শঙ্কৰদেৱৰ প্ৰধান উদ্দেশ্য। অসমীয়া ভাষাত কৃষ্ণকথা লিখিলে কোনো কোনোৰ ভক্তিনিষ্ঠাত হস্তক্ষেপ কৰা হব পাৰে বুলি ভাবি শঙ্কৰদেৱে ব্ৰজবুলী বা ব্ৰজাৱলী ভাষাক প্ৰকাশৰ মাধ্যম কৰি লৈছিল বুলি বহুতে মত প্ৰকাশ কৰে।

মহাপুৰুষে দুবাৰো তীৰ্থ দৰ্শনৰ অৰ্থে বিদেশলৈ গৈছিল। এই তীৰ্থ ভ্ৰমণৰ দ্বাৰাই তেওঁ ভাৰতৰ নানা ঠাইৰ সাংস্কৃতিক শিল্প কলাৰ বিষয়ে নানান জ্ঞান আহৰণ কৰিছিল। প্ৰথমবাৰ তীৰ্থৰ পৰা ঘূৰি আহিয়েই চিহ্নযাত্ৰা ৰচিত কৰি অভিনয় কৰে। এই চিহ্নযাত্ৰাত চিত্ৰৰ দ্বাৰা সাত বৈকুণ্ঠৰ পট আঁকি দেখুওৱা হৈছিল। এজন সন্ন্যাসীৰ পৰা "পটলেখা" শিকি সন্ন্যাসী জনৰ সহায়ত শঙ্কৰদেৱে ছেঁউ্ল, হাইতাল আদি ৰং দি সাত বৈকুণ্ঠৰ এখন পট আঁকিছিল চিহ্নযাত্ৰাতেই শঙ্কৰদেৱে বাদ্যযন্ত্ৰৰ ব্যৱহাৰ কৰে—

"তাল-খোল বাদ্যসকলক তথা,
কৰিবাক মন ভৈলা।

তেতিক্ষণে কাষ্ঠ ডাল আনিলেক
চানেকি কৰিয়া দিলা ॥
কপিলি কাষত নিবাসী
কুমাৰক দিয়া নিলা।
শঙ্কৰৰ আজ্ঞা শুনিয়া কুমাৰে
যতনে খোল গঢ়িলা ॥"

সেই খোলত কেনেকৈ ঘুণ দি মাত উলিয়াব লাগে তাৰ দিহাও শঙ্কৰদেৱে দেখুৱাই দিলে। খোলৰ বায়ন সকলে পাগ, জামা, পিছোৱা, নূপুৰ পিন্ধি খোল বজায়। ইয়াৰ মূখ্য উদ্দেশ্য—গীত বাদ্যৰ আদি জনক দেৱ গন্ধৰ্ব্বৰ সাজ পিন্ধা। ভাৱৰীয়াক ভাও, ভঙ্গী, নৃত্যাদি শিকাই চো মুখা সাজি, সভাঘৰত ভাওনা কৰি দেখুৱালে। আজি কালি থিয়েটাৰ ৰঙ্গমঞ্চত বিজুলি বাতিৰ ৰঙা বাল্‌বৰ সহায়ত যেনে দৰে দৃশ্যৰ কাল অনুপাতে সময় আদি দেখুওৱা হয়, চিহ্ন যাত্ৰাতো মহাপুৰুষৰ স্বকীয় উদ্ভাৱনৰ দ্বাৰাই সেই কাম সমাধা কৰিছিল। চিহ্নযাত্ৰাত যৰক্ষাৰ, গন্ধক আদি মিহলি কৰি প্ৰস্তুত কৰা নানা ৰঙৰ মছলাৰে "মহতা" তৈয়াৰ কৰি সেই মহতা জ্বলাই ৰাতি, পুৱা, দিন আদি দেখুৱাইছিল।

"জ্বলাইলা মোহতা গোট সবে আছে চাই।
ৰাত্ৰি গুচি ভৈলা যেন সাঞ্জদিন প্ৰায় ॥"
(শঙ্কৰ চৰিত্ৰ)

চিহ্নযাত্ৰা ভাওনাটি সৰ্ব্বাঙ্গ সুন্দৰ কৰি গঢ়িতোলাত শ্ৰীমন্তশঙ্কৰ গুৰুৰ মাননীয় ক্ৰিয়া কৌশলৰ যি এটি অভুতপূৰ্ব্ব নিদৰ্শন জিলিকি উঠিছে, তাত নিশ্চয় তেওঁৰ তীৰ্থ পৰ্য্যটনৰ অভিজ্ঞতাইও সহায় কৰিছিল। এনে কলা বিদ্যাৰ মোহিনী শক্তিৰে হৃদয়ৰ সূক্ষ্ম অনুভূতি সমূহ জগাই সৎ পথেদি পৰিচালিত কৰিব পৰা কাৰ্য্যকৰী পথ গুৰুজনে আমাক দি গৈছে।

মহাপুৰুষে ভগৱানৰ লীলা আৰু মাহাত্ম্য জনসাধাৰণৰ মাজত সৰবৰহী কৰিবৰ কাৰণে আৰু লোকসকলক নৃত্যগীত আৰু অভিনয়ৰ সহায়েৰে আকৰ্ষণ কৰিবৰ কাৰণে আৰু লগে লগে তেওঁ-লোকক বিমল আৰু পবিত্ৰ আমোদৰ এটা উপ-কৰণ দিবৰ কাৰণেই অঙ্কীয়া নাট উদ্ভাৱন কৰে। শ্ৰীশঙ্কৰদেৱে ভাওনাক তেখেতৰ নীতি প্ৰচাৰৰ মাধ্যম স্বৰূপে ব্যৱহাৰ কৰিছিল। প্ৰয়োজন অনুসৰি কিছুমান নতুনকৈ গঢ় দিছিল। জনতাৰ কল্যাণকামী শঙ্কৰে জনতাৰ প্ৰাণৰ বস্তু দেশী যুদ্ধাভিনয়, দেশী নৃত্য-গীতক জনতাৰ শিক্ষাৰ কামত মাধ্যম ৰূপে ব্যৱহাৰ কৰিলে।

অসমীয়া ভাওনাৰ আইন এটা বিশেষত্ব নাচ. প্ৰতিজন ভাৱৰীয়াই সভালৈ আহোতে নাচে। সূত্ৰধাৰে সভালৈ আহোতে নাচে, মাজতো নাচে, প্ৰতি ভাৱৰীয়াই প্ৰায় প্ৰতিটো কথা মুদ্ৰাৰ দ্বাৰা প্ৰকাশ কৰে। ভাওনাৰ এই নাচ প্ৰাণময় সৌন্দৰ্য্যৰ নিদৰ্শন। প্ৰাণময় সৌন্দৰ্য্যৰসিক অসমীয়া ভাৱৰীয়াই চলোতে, কথা কওঁতে প্ৰাণ শক্তি আৰু সৌন্দৰ্য্যবোধৰ চিনাকি দিয়ে।

নাম ধৰ্ম্ম প্ৰচাৰৰ বাবে আৰু জনসাধাৰণৰ মাজত সহজে শিক্ষা বিস্তাৰ কৰিবৰ নিমিত্তে গুৰুজনে এক নতুন পদ্ধতি উলিয়ায়, সেয়ে হৈছে নামঘৰ। এই নামঘৰৰ উদ্দেশ্য আছিল জন-সাধাৰণক শিক্ষা দি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰা। ইয়াক শিক্ষাৰ কেন্দ্ৰস্থল বুলিব পাৰি। ইয়াৰ পৰাই মানুহৰ মাজত ঐক্যভাব **সৃষ্টি হ'ল—** আৰু সকলোৱে এক **নিয়মৰ বশৱৰ্ত্তি হ'ব লগা**

হ'ল। নামঘৰত বহি সকলোৱে ভাগৱত আদি চৰ্চ্চা কৰে আৰু ভগবান সদানন্দ সনাতনক পাবৰ কাৰণেই নানা লোকে ভগবানৰ গুণ কীৰ্ত্তন কৰে। ইয়াৰ দ্বাৰাই জনসাধাৰণৰ মাজত সহজে শিক্ষা প্ৰচাৰিত হৈছিল আৰু মানুহ বিলাকৰ মন বিলাক ধৰ্ম্মৰ ফালে ঢাল খাইছিল। সমাজৰ সম্মানিত জনৰ কাৰণে লাই খুটা, শৰাই আদিৰো সৃষ্টি হৈছিল। আজি আমি যি গণতন্ত্ৰ নিয়ম পালন কৰিছো ভাল ধৰণে চালে সেই গণতন্ত্ৰ এই নামঘৰৰ পৰাই সৃষ্টি হৈছে বুলি কব পাৰি। কাৰণ আজিৰ গণতন্ত্ৰৰ নিয়ম, শাসন পদ্ধতি শ্ৰীশঙ্কৰদেৱে নামঘৰ বিলাকত পূৰ্ব্বেই প্ৰচাৰ কৰি গৈছিল।

বৰ্ত্তমান সমাজত ধৰ্ম্মৰ প্ৰভাৱ বৰ কম। শঙ্কৰদেৱৰ সমাজখন আৰু আজিৰ সমাজৰ বিৰাট পাৰ্থক্য। তেতিয়াৰ সমাজখন তান্ত্ৰিকতাবাদী আছিল। সেই সময়ৰ মানুহ বিলাক বিচাৰ শূন্য আছিল। এই ব্যভিচাৰৰ পৰা মুক্ত কৰিবলৈ শঙ্কৰদেৱে যি পৰিকল্পনা লৈ সমাজ খনক পোহৰৰ বাটলৈ লৈ আহিল সেই পৰিকল্পনা আছিল ভাগৱত আৰু গীতাৰ এক শৰণীয়া প্ৰভাৱৰ ওপৰত। এই সুপ্ত জাতিটোক বিচাৰ বুদ্ধিৰ দ্বাৰা অনুপ্ৰাণীত কৰিবলৈ যি পৰিকল্পনা কৰিছিল সেই পৰিকল্পনাৰ কাৰণেই অঙ্কীয়া নাটৰ ৰচনা হয় আৰু অঙ্কীয়া নাট বা ভাওনাৰ মাজেদিয়েই সমাজত ধৰ্ম্মৰ প্ৰভাৱ বৃদ্ধি হয়। শঙ্কৰদেৱৰ উদ্দেশ্য আছিল ভক্তি ধৰ্ম্ম প্ৰচাৰ কৰা—ভাওনা দেখুৱাই মনোৰঞ্জন কৰা উদ্দেশ্য নাছিল। কেনেকৈ মনোৰঞ্জনৰ মাজেদি মানুহক ভক্তি ধৰ্ম্মী কৰিব পাৰে সেই উদ্দেশ্যলৈ শঙ্কৰদেৱৰ প্ৰধান লক্ষ্য আছিল। মানুহে ভাওনা চাবলৈ মনোৰঞ্জনৰ কাৰণেই আহে ঠিক, কিন্তু ভাওনা চাই উভতি যাওঁতে কি লৈ যায়? ধৰ্ম্মৰ মহত্ব গুণ বিলাকহে উভতি যাওঁতে মনত লৈ যায়। এই ভাওনাই আন এটা মহৎ বস্তু দান দি গ'ল—সি হল মৈত্ৰী ভাব। এখন গাঁৱৰ মানুহে ভাওনা পাতে তাতে বহুত গাঁৱৰ মানুহ চাপি আহে। ফলত পৰস্পৰ গাওঁবিলাকৰ মাজত এটা মৈত্ৰী ভাব গঢ়ি উঠে। অসমীয়া সমাজত যি মৈত্ৰীৰ বান্ধোন তাৰ ওপৰত ভাওনাৰ প্ৰভাৱ উল্লেখযোগ্য।

মহাপুৰুষে ভাওনাতেই অসমীয়া আৰ্য্য-অনাৰ্য্য সকলো জাতিৰ নৃত্যগীত, বাদ্য, অভিনয়, চিত্ৰ মণ্ডপ আদি সকলো সূক্ষ্ম কলাৰ একমাত্ৰ সমাবেশ কৰি থৈ গল। ভাওনাই শঙ্কৰৰ প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন। শঙ্কৰ গুৰুৱে তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম পথত ভকত আৰু ভগৱন্তৰ সম্পৰ্ক নিৰ্ণয় কৰি থৈ গৈছে—

"ভকতেসে মোৰহৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমিসে হৃদয়॥
মই বিনে ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নিচিন্তোহো আন॥"

গুৰুৰ অনুগ্ৰহৰ দ্বাৰাই সৎ সঙ্গ লাভ হয়। একান্ত ভকত সকলে ঈশ্বৰৰ কৃপা লাভ কৰে। একান্ত ভক্তৰ সঙ্গেই সৎসঙ্গ।

অসমত জগৎ গুৰু শ্ৰীশঙ্কৰদেৱে যি বৈষ্ণৱ ধৰ্ম্মৰ সোঁত বোৱাই থৈ গল সেই ধৰ্ম্মৰ মূল অনুষ্ঠান সত্ৰ বিলাকেই। তত্ত্ব আলোচনা, চৰ্চ্চা বিচাৰ আদিৰ উপৰিও শ্ৰবণ ভজন আদি প্ৰচাৰ কৰি মহাপুৰুষৰ ধৰ্ম্ম সংৰক্ষণ কাৰ্য্যত ব্ৰতী হৈ আছে—এই অনুষ্ঠান বিলাকেই। এই সত্ৰ

বিলাকে সমাজ, ৰীতি-নীতি আদি শৃঙ্খলিত কৰি ৰাখি, নৃত্য গীত আদি সুকুমাৰ কলা বিদ্যাৰ চৰ্চ্চা কৰি অসমীয়া জাতীয় বৈশিষ্ট ৰক্ষা কৰি আছে। নাম ধৰ্ম্ম প্ৰকাশৰ নিমিত্তেই দুজনা গুৰুৱে যি বিলাক শাস্ত্ৰ ৰচনা কৰি থৈ গ'ল, সেইয়ে হৈছে অসমীয়া সাহিত্যৰ ভেঁটি।

শঙ্কৰীযুগত ৰচিত ধৰ্ম্ম পুথিবোৰে আজি অসমীয়া সাহিত্যৰ সবাতকৈ শীৰ্ষস্থান লাভ কৰিছে। এই পুৰণি পুথিবোৰেই বৰ্ত্তমান অসমীয়া সাহিত্যৰ বহুখিনি আদৰ বঢ়াইছে। পুৰণি পুথি বিলাকৰ পৰাইহে আজিৰ অসমীয়া সাহিত্যাই ঠন ধৰি আছে। শঙ্কৰীযুগৰ কবি সকলে সকলোৰে জীৱন গঢ়ি তুলি নতুন ৰহণেৰে অসমীয়া সাহিত্যৰ সৌন্দৰ্য্য বঢ়াই অসমীয়া জাতি গঠন কৰি থৈ গ'ল।

মহামানৱ মহাত্মা গান্ধীজীয়ে যেনেকৈ সত্য আৰু অহিংসাৰে তেওঁৰ সকলো প্ৰতিদ্বন্দীকে নিজৰ হাতৰ মুঠিলৈ আনিবলৈ সক্ষম হৈছিল, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও অৱতাৰী পুৰুষ সুলভ দয়া, ক্ষমা আৰু অহিংসাৰে সকলোকে আপোন কৰি, অসমত বৈষ্ণৱ ধৰ্ম্ম আৰু সমাজৰ পকা ভেঁটি গঢ়ি থৈ গৈছে।

---

যদা যদা হি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাম্
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে

গীতা—

# পঞ্চায়ত ৰাজ

শ্ৰীহলি শইকীয়া

বুৰঞ্জীয়ে ঢুকি পোৱা যুগৰ পৰা আৰম্ভ কৰি মধ্য এচিয়াৰ পৰা অহা আৰ্য্য সকল ভাৰতত থিতাপিকৈ বসবাস কৰাৰ দিন ধৰি, বহু জাতিৰ সান-মিহলি ভাৰতীয়ই সমাজ বদ্ধ হৈ যেতি বাতি কৰি সমাজৰ একোজন মুখীয়াল নাইবা একোজন ৰজা মনোনীত কৰি অতিৰিক্ত কেইজন মান মুখীয়ালেৰে একোখনকৈ সভা আৰু সমিতি গঠন কৰি যাতে এহাতে ৰজাকো ৰাজ্য শাসনত সহায় হয়, আৰু সমাজৰো বিভিন্ন কাৰ্য্যত সহায়তা হয় এনে ভিত্তিত সেই আবহমান কালৰ পৰাই পঞ্চায়ত নামেৰেই হওক অথবা আন কোনো নামেৰেই হওক পঞ্চায়তৰ সৃষ্টি মন কৰা যায়। সেই যুগৰ পৰাই পঞ্চায়ত বিলাকৰ মুখ্য উদ্দেশ্য—গাঁৱলীয়া সমাজ তথা নগৰৰ দৰে অঞ্চলত বসবাস কৰা লোকৰ বিভিন্ন সমস্যা সমাধান কৰি সেই সমাজক এখোজ উন্নত স্তৰলৈ আগবঢ়াই নিয়া; আৰু ই যুগৰ পাছত যুগ সলাই আহি বৰ্ত্তমান সমাজতো প্ৰশস্ত হৈছেহি। বৰ্ত্তমান আৰু আদি যুগৰ মাজত বৈষম্যৰ ভিতৰত এইটো স্পষ্ট ভাবে মন কৰা যায় যে এই পঞ্চায়তক আদি যুগত ঈশ্বৰৰ বাণী হিচাবে সন্মান কৰাৰ প্ৰমাণ বুৰঞ্জীত পোৱা যায়। সেয়ে হলেও এই অনুষ্ঠানৰ যি সৎ উদ্দেশ্য সি পুৰণি যুগৰ পৰা বিভিন্ন ৰূপেৰে ভাৰতৰ বিভিন্ন সমাজত প্ৰতিপাত্ত লাভ কৰি সমাজক ক্ৰমোন্নতিৰ শৃঙ্খলাত আগুৱাবলৈ সহায়তা কৰি আহিছে, সেই আদৰ্শ অতি গ্ৰহণযোগ্য আৰু তাৰ প্ৰভাৱো উচ্চ পৰ্য্যায়ৰ বুলি বিবেচিত হয়। কিয়নো ভাৰতীয় সমাজৰ ক্ৰমোন্নতিৰ বুৰঞ্জীত যুগৰ পাছত ক্ৰমে যুগ বাগৰি যোৱাৰ দৰে ভাৰতত হিন্দু, পাঠান, মোগল, মাৰাঠা আৰু ইংৰাজৰ শাসন কালেও বাগৰ সলাই ১৯৪৭ চনৰ পিছতো—"অতীতক নাপাহৰি" বোলা কথাষাৰ সাৰোগত কৰিয়েই হবলা এই পঞ্চায়ত পদ্ধতি মৰি মৰি আকৌ পুনৰ জন্ম লৈ ন-ন ৰূপেৰে অৱতীৰ্ণ হৈছেহি বৰ্ত্তমান যুগতো।

সাহিত্যৰ যুগ নিৰ্ণয়ত বিশেষকৈ জোৰ দিয়া হয় এখন সমাজৰ উত্থান আৰু পতন, ভাব ধাৰাৰ পৰিবৰ্ত্তন, ৰীতি-নীতি চাল-চলন আচাৰ-ব্যৱহাৰৰ পৰিবৰ্ত্তনৰ ওপৰত। সেয়ে হলে পঞ্চায়ত পদ্ধতিও সমাজৰ ভিতৰুৱা। যেহেতু সমাজৰ সৃষ্টিৰ লগতে পঞ্চায়ত পদ্ধতিৰো সৃষ্টি হোৱা দেখা যায়। গতিকে নানান শাসকৰ তলত ভাৰতীয় এই পুৰণি কলীয়া ৰীতিটোৰ কিছু সাল-সলনি ঘটি অথবা কোনো শাসকৰ দিনত সম্পূৰ্ণ অস্তিত্ব হেৰাই গলেও তুঁহ জুই উমি উমি জ্বলি থকাৰ দৰে ভাৰতীয়ৰ অন্তৰত যি এবাৰ পঞ্চায়ত আদৰ্শই ঠাই অধিকাৰ কৰি ল'লে, সি চালৰ মাজতে কোনো ৰকম জীউটো

বাৰি এতিয়া স্বাধীন ভাৰতৰ মুকলি মূৰীয়া হিচাবে বিচৰণ কৰিব পাৰিছোঁহি।

ভাৰতৰ এই গণতান্ত্ৰিক সংস্কৃতিয়ে নানা বিদেশী আক্ৰমণ আৰু শাসন স্বত্বেও কৃষ্টি সভ্যতা আৰু ঐতিহ্য অটুত আছিল ইংৰাজ শাসনৰ আগলৈকে। কিন্তু ইংৰাজ আমোলত এই পঞ্চায়তৰ গঢ় সলনি হ'ল। কিয়নো পঞ্চায়ত অথবা তেনে ধৰণৰ অনুষ্ঠান সমূহক পৰিচালনা কৰিবৰ কাৰণে মৌজাদাৰ, মণ্ডল আৰু গাওঁবুঢ়াৰ সৃষ্টি কৰিলে। গাঁৱলীয়া মানুহৰ মনত নতুন ভাব বাশিয়ে ভুমুকি মৰাত অতীতৰ ঐতিহ্য, সাংস্কৃতি, সাহিত্য, ধৰ্ম্ম, ঘৰুৱা শিল্পৰ ক্ৰমে অৱনতি ঘটাত মানুহে গাওঁ এৰি নগৰ অভিমুখী হৈ বেলেগ আৱহাওৱাৰ সৃষ্টি কৰিলে। যি পঞ্চায়ত পদ্ধতিয়ে যুগ যুগ ধৰি সাধাৰণ লোকক একেগছ জৰীৰে মেৰাই থৈছিল সেই জৰীৰ আঁত ঢিলা হৈ পৰিল। এনে অৱস্থাত গাঁৱৰ স্বায়ত্ব শাসন অনুষ্ঠান বিলাক প্ৰায় শেষ হওঁ হওঁ অৱস্থাত, ১৯শ শতিকাৰ শেষ ভাগত ভাৰতৰ শিক্ষিত লোক সকলে গাওঁ আৰু নগৰ বিলাকত এক প্ৰকাৰ স্বায়ত্ব শাসন আৰম্ভ কৰিলে। ১৮৮২ চনত লৰ্ড ৰিপণৰ ভাৰত স্বায়ত্ব শাসন সম্পৰ্কীয় প্ৰস্তাৱ অনুসৰি ইউনিয়ন বোৰ্ড, লোকেল বোৰ্ড আৰু জিলাবোৰ্ড গঠন কৰা হ'ল। সীমাবদ্ধ নিৰ্ব্বাচিত প্ৰতিনিধিৰ দ্বাৰা আৰু জিলাৰ ডেপুটী কমিশানাৰ সকলক চেয়াৰমেন্ লৈ এই সংস্থা বিলাকৰ কাম আৰম্ভ কৰে। যদিও এই প্ৰস্তাৱ অনুসৰি ক্ষমতা বিকেন্দ্ৰীকৰণ হোৱা নাছিল, তথাপিও এক প্ৰকাৰৰ স্বায়ত্ত্ব শাসনৰ যুগ প্ৰবৰ্ত্তন হ'ল অৱশ্যে। ১৯১৯ চনৰ ভাৰত চৰকাৰৰ আইন অনুসৰি ৰিপণৰ প্ৰস্তাৱৰ পাছত গঠন হোৱা স্বায়ত্ব শাসন বিষয়টো নিৰ্ব্বাচিত মন্ত্ৰীৰ হাতলৈ যোৱাত আগৰ প্ৰতিনিধিৰ সংখ্যা বৃদ্ধি কৰি নতুনকৈ নিৰ্ব্বাচিত প্ৰতিনিধিক চেয়াৰমেন্ লোৱাৰ ব্যৱস্থা কৰিলে। যেয়ে হলেও এনে বোৰ্ড সমূহৰ কাম কাজ নিয়ন্ত্ৰণ, পৰিদৰ্শন, হিচাব পৰীক্ষা আৰু অন্যান্য বিষয় বিলাকৰ মান নিৰ্দ্ধাৰণ আদিত চৰকাৰে আৱশ্যকীয় ব্যৱস্থা লব নোৱাৰাৰ ফলত গাঁৱৰ প্ৰগতিৰ ক্ষেত্ৰত উদাসীন হৈ পৰাত এই বোৰ্ডবোৰ জনসাধাৰণৰ অনুষ্ঠান বুলি গণ্য নহৈছিল আৰু ই স্বাধীনতাৰ আগলৈকে মানুহৰ মন যোগাব পৰা নাছিল।

ৰাজ্য চৰকাৰ গঠন কৰিবৰ অৰ্থে যিসকল লোকক প্ৰতিনিধি নিৰ্ব্বাচন কৰা হয় সেই প্ৰতিনিধি সকলে ৰাজ্যৰ ডাঙৰ ডাঙৰ সমস্যাবোৰ সমাধান কৰোঁতে জনসাধাৰণৰ অতি আৱশ্যকীয় সৰু সৰু কামবোৰ বা সমস্যাবোৰ সমাধা কৰিবলৈ সময় আৰু সুযোগ নাপায়। সেই মৰ্ম্মে কাম অনুসৰি ক্ষমতা বিকেন্দ্ৰীকৰণ কৰি বিভিন্ন পৰ্য্যায়ত, স্থানীয় অনুষ্ঠান গঢ়ি তুলি, যিবোৰ কাম ৰাজ্যিক পৰ্য্যায়ত, জিলা বা মহকুমা পৰ্য্যায়ত, খণ্ড পৰ্য্যায়ত আৰু গাওঁ পৰ্য্যায়ত কৰিবলগীয়া তাক সেই অনুসৰি বেলেগে বেলেগে কাম কৰাৰ দায়িত্ব দি সকলো অঞ্চলৰ উন্নতি কৰাৰ চিন্তাই ঠাই দখল কৰাত ১৯৪৭ চনৰ পাছত ই ভাৰতত একৰকম আন্দোলনৰ সৃষ্টি কৰিলে। যি অহিংসা মন্ত্ৰেৰে মহাত্মাজীয়ে ভাৰতৰ স্বৰাজ আনিলে, তাৰ লগে লগে গ্ৰাম স্বৰাজৰো সপোন ৰচনা কৰিছিল—এই ভাৰত প্ৰতিজন ভাৰতীয়ই যাতে আনৰ ওপৰত ভিত্তি নকৰি নিজেই নিজৰ ভৰিৰ ওপৰত ভৰি দি চলিব পাৰে।

কেন্দ্ৰীভূত গণতান্ত্ৰিক শাসনত কেন্দ্ৰৰ পৰাই তলতীয়া কৰ্ম্মচাৰী সকলৰ দ্বাৰাই শাসনৰ সকলো কাম কৰিবলৈ দি অধিক ক্ষমতা অৰ্পণ কৰিলেও তেওঁলোকে নিপুণভাবে জনবহুল এখন দেশত কাৰ্য্য ফলৱতী কৰিব নোৱাৰাৰ কাৰণেই নিম্ন পৰ্য্যায়ৰ কৰ্ম্মচাৰী সকলৰ ওপৰত অনেক কামৰ ক্ষমতা ন্যস্ত কৰি গাওঁ পৰ্য্যায়ৰ উন্নয়ন মূলক কামবোৰৰ উন্নতি কল্পে ভাৰতৰ বিভিন্ন ঠাইত পঞ্চায়ত আইন আন্দোলন বিয়পি পৰে। সেই মৰ্ম্মে বিহাৰত ১৯৪৭ চনত বিহাৰ আইন; ১৯৪৭ চনত উৰিষ্যাত উৰিষ্যা আইন; অসমত ১৯৪৮ চনত অসম আইন; মাদ্ৰাজত ১৯২০ চনত মাদ্ৰাজ আইন; ১৯৫২ চনত পঞ্জাবত পঞ্জাব আইন; ১৯৫৩ চনত ৰাজস্থানত ৰাজস্থান আইন জাৰি কৰি এক নতুন পৰ্য্যায়ৰ পঞ্চায়তৰ সৃষ্টি কৰা হয়।

এই পঞ্চায়ত সমূহৰ উদ্দেশ্য হ'ল ভিন ভিন স্তৰত কামৰ সামঞ্জস্য ৰাখি একোটা গণ-তান্ত্ৰিক সংস্থা স্থাপন কৰা। এনে গ্ৰাম্য সভাৰ প্ৰচলন ইংল্যাণ্ডৰ চেক্সন সকলৰ দিনতে হৈ আজিকো পতি এই নিয়ম প্ৰচলিত। ১৯১৮ চনত জাৰ্মান সাম্ৰাজ্যৰ পতনত গাওঁ আৰু চহৰবোৰৰ শাসনৰ চৌ ওৰ পৰা নাছিল। ৰুচিয়াৰ কমি-উনিষ্ট চৰকাৰ গঠনতো দেখা যায় গাঁৱৰ স্থানীয় শাসনত পুৰণি ৰীতি-নীতি সমূলি- বাদ দিয়া নাছিল। ১৭৮৯ চনত হোৱা ফৰাচী বিপ্লৱেও জনসাধাৰণৰ মনৰ পৰা স্থানীয় স্বায়ত্ত শাসনৰ ঐতিহ্য মোহাৰিব নোৱাৰিছিল।

বৰ্ত্তমান যুগৰ ৰাষ্ট্ৰ বিলাকলৈ লক্ষ্য কৰিলে তিনি প্ৰকাৰৰ স্বায়ত্ত্ব শাসনৰ ৰৰকাৰ দেখা যায় যেনে:—(১) সম্পূৰ্ণ বিকেন্দ্ৰীভূত যুগোশ্লোভিয়াৰ শাসন পদ্ধতি—ৰুচিয়াৰ আৰু আন আন কমিউনিষ্ট ৰাষ্ট্ৰত প্ৰৱৰ্ত্তিত; (২) সম্পূৰ্ণ কেন্দ্ৰীভূত ফৰাচী দেশৰ শাসন ইউৰোপ, দক্ষিণ আমেৰিকা আৰু এচিয়াৰ কিছুমান দেশত প্ৰচলিত আৰু (৩) এই পদ্ধতিৰ মাজৰ ইংল্যাণ্ড আৰু আমেৰিকাৰ শাসন পদ্ধতি—প্ৰায়বোৰ দেশতে প্ৰচলিত। সেই দৰে ইংল্যাণ্ডত তিনি পৰ্য্যায়ৰ স্থানীয় শাসন বৰ্ত্তমান প্ৰচলিত যেনে (১) আঞ্চলিক সভা বা কাউন্টি; ইয়াৰ সদস্য সকল তিনি বছৰৰ কাৰণে নিৰ্ব্বাচিত হয়; (২) জিলা সভা বা ডিষ্ট্ৰিক কাউন্সিল; ইয়াৰ সদস্য সকলৰো নিৰ্ব্বাচন হয় আৰু এজন চেয়াৰমেন থাকে; (৩) ক্ষুদ্ৰ গাওঁ সভা বা পেৰিচ; ইয়াৰ সদস্য সকলৰো নিৰ্ব্বাচন তিনি বছৰৰ কাৰণে আৰু এজন চেয়াৰমেনৰ দ্বাৰাই পৰিচালিত হয়।

এই আদৰ্শৰ ভিত্তিত ১৯৫৭ চনত বলবন্ত ৰায় মেহটা কমিটীয়ে এই কেইটা নিৰ্দ্দেশ ডাঙি ধৰে—ভাৰতৰ বিভিন্ন ঠাইত গঠিত হোৱা পঞ্চায়ত সমূহ আৰু তাৰ সমান্তৰাল ভাৱে গঠিত হোৱা স্কুল বোৰ্ডৰ দৰে আন কিছুমান অনুষ্ঠান উঠাই দি তাৰ ঠাইত একেটা মাত্ৰ সুস্থ আৰু সুদৃঢ় স্থানীয় সংস্থা গঠন কৰি তাক পুনৰ তিনি পৰ্য্যায়ত ভাগ কৰি প্ৰথমটো সংস্থা গাওঁ পৰ্য্যায়ত আৰু ইয়াৰ সদস্য সকলক পোনপটীয়া নিৰ্ব্বাচনৰ দ্বাৰাই, দ্বিতীয় সংস্থাটো খণ্ড পৰ্য্যায়ৰ আৰু ইয়াৰ সদস্য ক্ৰমে আওপকীয়া নিৰ্ব্বাচনৰ দ্বাৰাই আৰু স্থানীয় এম্ এল, এ সকলক পদেন সদস্য বুলি ধৰি লৈ আৰু লগতে তৃতীয় সংস্থাটো জিলা পৰ্য্যায়ৰ আৰু ইয়াৰ সদস্য সকলো ক্ৰমে খণ্ড পৰ্য্যায়ৰ সভাপতি সকল,

স্থানীয় এম্ পি আৰু উন্নয়ণ বিভাগৰ শুৱিয়াল সকল আৰু লগতে জিলাৰ উপায়ুক্তজন জিলা পৰ্য্যায়ৰ সংস্থাৰ সভাপতি হব লাগে। গাওঁ পৰ্য্যায়ৰ সংস্থাটো গাৱঁৰ উন্নয়ণ পৰিকল্পনা প্ৰস্তুত কৰিবলৈ দি আৰু আয়ৰ পথ দি গ্ৰাম পঞ্চায়ত নামেৰে অভিহিত কৰে। খণ্ড পৰ্য্যায়ৰ সংস্থা-টোৱেও যাতে সুস্থ ভাবে কাম কৰিব পাৰে তাৰ ব্যৱস্থা কৰি দি পঞ্চায়ত সমিতি নামেৰে অভিহিত কৰে। জিলা পৰ্য্যায়ৰ সংস্থাটোক জিলা পৰিষদ নামেৰে অভিহিত কৰি দৈনন্দিন লাগ-তিয়াল উন্নয়ণ মূলক কামবোৰ কৰাৰ পূৰ্ণ সুযোগ দিব লাগে। ইয়াৰ বাহিৰেও এই তিনিটা সন্থাই একেলগে পঞ্চায়তী প্ৰশাসন পদ্ধতি গঠন কৰাৰ উপৰিও ক্ষমতা বিকেন্দ্ৰীকৰণ কৰি প্ৰকৃত গণতন্ত্ৰৰ ভেটী ৰচনা কৰিব। দ্বিতীয়তে গণতান্ত্ৰিক অনুষ্ঠান বিলাকে তেওঁলোকৰ আঁচনি সমূহ আত্ম সাহায্য মূলক প্ৰচেষ্টাৰে কাৰ্য্যকৰী কৰিব লাগিব। কিয়নো এই পদ্ধতিয়েই পুৰনি কলীয়া ৰীতি। এনে ক্ষেত্ৰত এনে ধৰণৰ প্ৰকৃত গণতান্ত্ৰিক বিকেন্দ্ৰী কৰণ পঞ্চায়ত ধাইজৰ মাজেদিহে ৰূপায়িত হব পাৰিব। মেহটা কমিটিৰ ৰিপোৰ্ট প্ৰকাশ হোৱাৰ পাছতেই সমগ্ৰ ভাৰত জুৰি নতুন পঞ্চায়ত আইন প্ৰণয়নৰ জোৱাৰ উঠিল।

এই নতুন পঞ্চায়ত আইনৰ ঢৌ অসমতো বিয়পিল। ১৯৫৯ চনৰ ১ অক্টোবৰৰ দিনা পুৰণি পঞ্চায়ত আৰু জিলা পৰ্য্যায়ৰ লোকেলবোৰ্ড বোৰ উঠাই দি অসম পঞ্চায়ত আইন বলবৎ কৰে। ৰাজস্থান আৰু মহীশুৰ ৰাজ্যতো সেই ১৯৫৯ চনৰ ১ অক্টোবৰৰ দিনাই, অন্ধ্ৰই ২ অক্টোবৰৰ দিনা, মাদ্ৰাজে ১৯৬০ চনৰ ১ জানুৱাৰী দিনা ক্ৰমে ৰাজস্থান, মহীশুৰ, অন্ধ্ৰ, আৰু মাদ্ৰাজ আইন বলবৎ কৰে। বৰ্ত্তমানে সমগ্ৰ ভাৰতত গণতান্ত্ৰিক বিকেন্দ্ৰীকৰণৰ এটা নতুন যুগৰ সূচনা হৈছে।

মেহটা কমিটীৰ অনুমোদন ক্ৰমে অসমত ১৯৫৯ চনৰ ১ অক্টোবৰৰ দিনাৰ পৰা তিনিটা পৰ্য্যায়ৰ পঞ্চায়তৰ ব্যৱস্থা হ'ল—গাওঁ পৰ্য্যায়ত—'গাওঁ সভা'; খণ্ড পৰ্য্যায়ত—'আঞ্চলিক পঞ্চায়ত'; আৰু মহকুমা পৰ্য্যায়ত 'মহকুমা পৰিষদ'। আগৰ মহকুমা পৰ্য্যায়ৰ প্ৰচলিত লোকেলবোৰ্ডৰ ঠাইত মহকুমা পৰিষদ নিয়োগ কৰা হ'ল।

গাওঁ পঞ্চায়তৰ সদস্য সকলক জনসাধাৰণে পোনপটীয়া ভাৱে নিৰ্ব্বাচন কৰি পঠাই আৰু তাৰ সদস্যৰ সংখ্যা ১১ জন থকাৰ নিয়ম থাকি-লেও ১৫০০ ৰ ওপৰ জনসংখ্যা হোৱা কোনো অঞ্চলত প্ৰতি ৫০০ জনৰ কাৰণে আৰু একো-জনকৈ অতিৰিক্ত সদস্য লোৱাৰো নিয়ম আছে। সেয়ে হলেও ১৫ জন সদস্যৰ অধিক নহব লাগিব। কোনো মহিলা আৰু অনুসূচীত জাতিৰ সদস্য নিৰ্ব্বাচিত নহলে পুনৰ গাওঁ পঞ্চায়তে মনোনয়ন কৰি লোৱাৰো ক্ষমতা আছে। ইয়াত এজন সভাপতি আৰু এজন উপসভাপতি থাকে আৰু এওঁলোককো জনসাধাৰণে ভোট দি নিৰ্ব্বাচন কৰি দিয়ে। আৰু এই পঞ্চায়ত চলাবৰ কাৰণে বেলেগে এজন চেক্ৰেটাৰী থাকে।

গাওঁ পঞ্চায়তৰ কামৰ ভিতৰত স্বাস্থ্যৰক্ষা, গড়কাপ্তানী, শিক্ষা আৰু সংস্কৃতি, গাওঁৰক্ষা, প্ৰশাসন, জনকল্যাণমূলক কামবোৰ, কৃষি আৰু বন সংৰক্ষণ, পশুপালন, গ্ৰাম উদ্যোগ। গাওঁ সভাই পঞ্চায়ত এলেকাটো পৰিষ্কাৰকৈ ৰখা, ৰাস্তা,

পদূলি, ডোং, ৰাস্তা, পুখুৰী, কুৱা ৰক্ষা, ৰাজহুৱা সম্পত্তি ৰক্ষণ-বৰ্দ্ধন, হাট-ঘোৰাৰ ব্যৱস্থা আৰু পৰিচালনা কৰা, দলং আদি নিৰ্ম্মাণ কৰা গাৱঁৰ পুথিভঁৰাল, যুৱক সংঘ, ৰেডিঅ' আদিৰ ব্যৱস্থা কৰা, সমবায় পদ্ধতিৰ খেতি কৰাৰ ব্যৱস্থা কৰা, শস্য ৰক্ষা, উন্নত বীজ বিতৰণ কৰা, সাৰৰ ব্যৱস্থা কৰা, খেতিৰ উন্নত সা-সঁজুলীৰ যোগান ধৰা, কৃষিৰ বাবে অৰ্থৰ ব্যৱস্থা কৰা আদি কাম সমূহ নিয়াৰিকৈ পৰ্য্যবেক্ষণ কৰি তাক ভাগে ভাগে সুব্যৱস্থা কৰি অঞ্চলটোৰ সৰ্ব্বাঙ্গ উন্নতি সাধন কৰাটোৱেই গাওঁ পঞ্চায়তৰ মূখ্য কাম আৰু ইয়েই চৰম লক্ষ্য। সৰ্ব্বসাধাৰণ লোকে যাতে সামান্য হলেও জীৱনৰ অতি লাগতিয়াল কাম সমূহ দায়িত্বশীল স্থানীয় ৰাইজৰ দ্বাৰা সমাধা কৰি ল'ব পাৰে এই ব্যৱস্থাই গাওঁ পঞ্চায়তৰ মূল উদ্দেশ্য।

গাওঁ পঞ্চায়তৰ আয়ৰ পথ সমূহ হ'ল ক্ৰমে—ভূমি ৰাজহৰ শতকৰা ১৫ অংশ, স্থানীয় কৰ আৰু আইন সম্মত কৰ-কাটল, হাট-ঘোৰাৰ আৰু সৰু সৰু হাট বিক্ৰী কৰি পোৱা ধন, ডাঙৰ হাটৰ বিক্ৰী ধনৰ তিনি ভাগৰ এক অংশ, মৰা গৰু-ম'হৰ হাড় ছাল সংগ্ৰহ কৰি বিক্ৰী কৰা ধন, সমূহ আদি এই পুঁজি সংগ্ৰহ কৰি শিশু কল্যাণ কেন্দ্ৰৰ পৰা আৰম্ভ কৰি স্থানীয় সকলো যাৱতীয় কামবোৰ কৰি এলেকাতো উন্নতিৰ চেষ্টা কৰা হয়। এই গাওঁ পঞ্চায়তৰ জৰীয়তে সমবায় পদ্ধতিৰে সকলো কাম কৰাৰো সুবিধা আছে।

আঞ্চলিক পঞ্চায়তৰ সদস্য সকল গাওঁ সভাৰ ভোটাধিকাৰ সভ্য সকলৰ দ্বাৰা নিৰ্ব্বাচিত হয়। প্ৰতিখন গাওঁ সভাই একোজনকৈ প্ৰতিনিধি পঠাব পাৰে। অৱশ্যে গাওঁ সভাৰ জনসংখ্যা ২৫০০ জনতকৈ অধিক হ'লে আৰু এজন প্ৰতিনিধি পঠাব পাৰে। কিন্তু গাওঁ পঞ্চায়তে ৩ জনৰ অধিক সদস্য নিৰ্ব্বাচিত কৰিব নোৱাৰে। আঞ্চলিক পঞ্চায়তৰ সদস্য সকল গাওঁ পঞ্চায়তৰ নিৰ্ব্বাচন মৰ্ম্মে হোৱা সদস্য সকলৰ উপৰিও সেই এলেকাৰ সমবায় সমিতিবিলাকৰ সভাপতি সকলেও তেওঁলোকক প্ৰতিনিধিত্ব কৰিবৰ কাৰণে এজন সদস্য পঠাব পাৰে। অন্য হাতেদি অনুসূচীত বা জনজাতিৰ কোনো সদস্য নিৰ্ব্বাচন নহলে তেওঁলোকৰ এজন সদস্যক মনোনীত কৰি লব লাগিব আন সদস্য সকলৰ দ্বাৰাই। সেই এলেকাৰ বিধান সভাৰ সদস্য সকল এই আঞ্চলিক পঞ্চায়ত পদেন সদস্য হোৱাৰ উপৰিও চৰকাৰে মনোনীত নকৰা কিছু চৰকাৰী বিষয়া ইয়াৰ পদেন সদস্য হব। ইয়াত চৰকাৰে এজন সম্পাদক আৰু কাৰ্য্য-নিৰ্ব্বাহক বিষয়া হব পৰা লোক মনোনীত কৰি দিয়ে। সকলো সদস্যৰ ভিতৰত পুনৰ আওপকীয়া ভাৱে হোৱা নিৰ্ব্বাচনত এজন সভাপতি আৰু এজন সহকাৰী সভাপতি হয়।

এই আঞ্চলিক পঞ্চায়তৰো মূল ৯টা বিষয়ৰ কামৰ বাহিৰেও গাওঁ পঞ্চায়তৰ কামৰ নিৰ্দ্দেশ দি তাকো তদাৰক কৰিব লাগে। এই পঞ্চায়তৰ দাই কামৰ ভিতৰত শিক্ষা আৰু সংস্কৃতি, গড়কাপ্তানী, গ্ৰাম উদ্যোগ, কৃষি আৰু বন সংৰক্ষণ, স্বাস্থ্যৰক্ষা, পশুপালন, জনকল্যাণমূলক কাম সমূহ, প্ৰশাসন আৰু গাওঁ ৰক্ষা। আঞ্চলিক পঞ্চায়তে প্ৰাথমিক আৰু মজলীয়া স্কুলৰ ওপৰৰ পৰ্য্যায়ৰ শিক্ষা প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগে। ডাক্তৰ খানা স্থাপন কৰা, মাতৃ আৰু শিশু

মঙ্গল কেন্দ্ৰ স্থাপন কৰা আদি বিষয় সমূহ আঞ্চলিক পঞ্চায়তৰ দায়িত্ব। সৰু সৰু জলসিঞ্চনৰ ব্যৱস্থা কৰা, দলং দিয়া, মথাউৰি বন্ধা, গাওঁসভাৰ বছেৰেকৰ আয়-ব্যয় অনুমোদন কৰা আদি কামৰ দায়িত্ব আঞ্চলিক পঞ্চায়তৰ।

আঞ্চলিক পঞ্চায়তৰ আয়ৰ পথ সমূহ—সংগৃহীত ভূমি ৰাজহৰ শতকৰা ১০ ভাগ; ডাঙৰ হাট বিক্ৰী কৰি পোৱা ধনৰ তিনি ভাগৰ দুই অংশ; মৎস্য ক্ষেত্ৰ বিক্ৰী কৰি পোৱা ধন; ঘাট বিক্ৰী কৰি পোৱা ধন; গাড়ী চাইকেল, নাও আদিৰ চলাচলৰ কাৰণে অনুমোদন কৰা মাচুল; নাও অথবা জাহাজৰ ঘাট মাচুল; ছায়া-ছবিঘৰ, চাৰ্কাচ, মেলা, কটিখানা, ইটাৰ ভাঁটা, কাঠফলা মিল, কাঠৰ গোলা, ধান আৰু তেলৰ কল; সমূহীয়া উন্নয়নৰ বাবে দিয়া ধনেই প্ৰধান পথ।

তৃতীয় পৰ্য্যায়ৰ পঞ্চায়তৰ নাম মহকুমা পৰিষদ। এই পৰিষদৰ সদস্য সকল আঞ্চলিক পঞ্চায়তৰ সভাপতি সকল, বিধান সভা আৰু লোক সভাৰ সদস্য সকল, স্কুলবোৰ্ড, টাউন কমিটী, মিউনিচিপাল বোৰ্ডৰ চেয়াৰমেন সকলক লৈ গঠিত। ইয়াৰ বাহিৰেও চৰকাৰে বিশেষ প্ৰয়োজনীয় বিষয়াক পদেন সদস্য হিচাবে মনোনীত কৰি দিয়ে। এই সদস্য সকলৰ মাজৰ পৰা নিৰ্ব্বাচিত একজন সভাপতি আৰু একজন সহকাৰী সভাপতি থাকে। ৰাজ্যিক চৰকাৰে নিয়োগ কৰা সম্পাদক জনে মহকুমা পৰিষদৰ প্ৰস্তাৱ আৰু নিৰ্দ্দেশ কাৰ্য্যকৰী কৰিব।

মহকুমা পৰিষদে মহকুমাৰ সকলো বাৰতীয় দায়িত্ব বহন কৰাৰ উপৰিও আঞ্চলিক পঞ্চায়ত সমূহৰ বছেৰেকীয়া আয়-ব্যয়ৰ তালিকা পৰিদৰ্শন কৰে। দৰাচলতে মহকুমা পৰিষদ খন এখন সমন্বয় ৰক্ষাকাৰী সংস্থাহে মাথোন। গভৰ্ণমেণ্টৰ পৰা পোৱা সাহায্য মঞ্জুৰী ভগাই দি আঞ্চলিক পঞ্চায়তৰ কাম কাজৰ পৰ্য্যালোচনা কৰি আয়-ব্যয় অনুমোদন কৰি দিয়ে।

এই বিভিন্ন পৰ্য্যায়ত বিভক্ত অনুষ্ঠানটি অসমৰ চাৰিও কোণে বিয়পি এক নতুন যুগৰ সূচনা আনিছে। গণতান্ত্ৰিক দেশৰ প্ৰতিজন নাগৰিকেই নাগৰিকৰ দায়িত্ব উপলব্ধি কৰি নিজে নিজৰ দায়িত্ব পালন কৰি দেশক এখোজ আগুৱাবৰ সময় হৈছেহি। এনে ক্ষেত্ৰত লহ্ পহকৈ বাঢ়ি অহা এই কুমলীয়া অনুষ্ঠানটিক সকলো নাগৰিকে দায়িত্ব বুজি তাৰ গুৰিত সাৰ-জাবৰ দি এক বেলেগ আবেষ্টনীৰ মাজত নতুন আৱহাওৱাৰে ডাঙৰ দীঘল হৈ সমগ্ৰ অসম ৰাজ্যক আৱৰি ধৰি তাত অসমীয়া ৰাইজক নিজা বাবলৈ দিয়া সুযোগ দিব লাগিব। এই ক্ষেত্ৰত আমি ছাত্ৰ-ছাত্ৰী সকলৰ দায়িত্বই বেচি অনুমান কৰোঁ। যদিও চৰকাৰে এই অনুষ্ঠানৰ জৰীয়তে সমগ্ৰ অসমীয়াক ৰাজনীতিৰ জ্ঞান দিবলৈ বিচাৰিছে, তথাপি ছাত্ৰ-ছাত্ৰীয়ে অকণমান ত্যাগ স্বীকাৰ নকৰিলে সি পূৰ্ণাঙ্গ নহয় যেন লাগে। কিয়নো এই সন্দৰ্ভত সমূহ জনসাধাৰণক এই গধুৰ গুৰুত্ব বিষয়ে ভাল দৰে বুজাই হৈ পঞ্চায়ত অনুষ্ঠানটিৰ সৌষ্ঠৱ বৃদ্ধি কৰিব লাগিব। তেতে শিক্ষাকে কেন্দ্ৰ কৰি স্বাধীন দেশৰ নাগৰিকে সকলো ক্ষেত্ৰতে বিকাশ সাধন কৰি এক নতুন যুগৰ সূচনা কৰিব পাৰিব। ৰাজ্য চৰকাৰ আৰু জনসাধাৰণৰ সমিল-মিলৰ মাজেদি কৰা আঁচনিয়েই হ'ব কালজয়ী অনুষ্ঠান।

# বাণিজ্য আৰু আন্তৰ্জাতিক শান্তি

শ্ৰীবীৰেন্দ্ৰ নাথ ফুকন
বি, কম, পৰীক্ষাৰ্থী

আন্তৰ্জাতিক সাংস্কৃতিক সংমিশ্ৰণ বাণিজ্যৰ যোগেদি সম্ভৱ হ'ব পাৰে। প্ৰাকৃতিক আৰু ভৌগোলিক অৱস্থানে এখন দেশৰ পৰা আন এখন দেশৰ মাজত প্ৰাচীৰ আনি দিব পাৰে, কিন্তু মানুহৰ মাজত থকা অনুসন্ধিৎসু মনটোৱে সেই বাধা জয় কৰিব পাৰে। বেহা-বেপাৰ ব্যক্তিগত ভাবে চাবলৈ গলে লাভ উদ্দেশ্য ধাবিত এটা অনুপ্ৰেৰণা হ'ব পাৰে, কিন্তু এই অনুপ্ৰেৰণাই অসম্ভৱ প্ৰভাৱ বিস্তাৰ কৰে বিদেশত থকা বাণিজ্যৰ যোগেদি। ভূখন দেশ ভূখন সমাজ। প্ৰত্যেক দেশৰে সুকীয়া সাংস্কৃতিক আৰু জাতীয় বৈশিষ্ট আছে। উদাহৰণ হিচাবে ভাৰতবৰ্ষ আৰু ইংলণ্ডকে ধৰা হওক। এতিয়া চোৱা যাওক বাণিজ্যৰ ফালৰ পৰা দুই দেশত কি প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু বৰ্ত্তমানেও কৰি আছে। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতত বাণিজ্য প্ৰসাৰাৰ্থে পদাৰ্পণ কৰে। কিন্তু বাণিজ্যৰ প্ৰসাৰৰ লগে লগে ৰাজনীতিৰো বৃক্ষ ৰোপণ কৰে। অতি প্ৰাচীন কালৰে পৰা ভাৰতে মিচৰৰ লগতো বাণিজ্য সম্পৰ্ক ৰক্ষা কৰি আহিছে, কিন্তু সেই সময়ৰ লগত কিবা ৰাজ-নীতিৰ উদ্দেশ্য আছিল নে নাই সেই সম্পৰ্কে বোধ হয় সবিশেষ বিৱৰণ নাই। সি যি কি নহওক, বৰ্ত্তমান সময়ৰ ইতিহাসকে চোৱা যাওক। ইষ্টইণ্ডিয়া কোম্পানীয়ে ভাৰতবৰ্ষত অতীৱ শুভ মুহূৰ্ত্তত আবিৰ্ভাৱ হয়। কিন্তু এই সময় ছোৱা ভাৰতৰ পক্ষে গ্লানিজনক, গৃহ কন্দলত ভুকলা। ইংৰাজ সকলৰ অমায়িক ব্যৱহাৰত মুগ্ধ হৈ দেশীয় ৰজাই বাণিজ্য চুক্তি সম্পাদিত কৰে আৰু লগে লগে বস্তু বেহানি কিনা বেচা আৰম্ভ হয়।

ভাৰতীয় আন আন স্বাধীন ৰজা সকলে এই বাণিজ্যৰ চুক্তিৰ অন্তৰালত কিহবাৰ গোন্ধ পাইছিল। বাণিজ্য প্ৰচাৰৰ লগে লগে ৰাজ-নীতিৰ প্ৰসাৰৰ আৰম্ভ হয়। ইংৰাজে ক্ৰমাৎ এখন দেশৰ পাচত আন এখন দেশ জয় কৰি তেওঁ-লোকৰ তলতীয়া কৰে। এই দৰে গোটেই ভাৰতবৰ্ষ তেওঁলোকে তললৈ আনিলে।

ওপৰত লিখা কথাখিনি পঢ়ি বুৰঞ্জী পঢ়াৰ নিচিনাহে লাগিব। কিন্তু বাণিজ্যৰ লগত ৰাজ-নিতীৰ সম্পৰ্ক এৰাব নোৱাৰা বিধৰ। এতিয়া চাবলাগিব কি গুণৰ দ্বাৰা ইংৰাজ, এটা বিদেশী জাতিয়ে ভাৰতবৰ্ষত খোপনি পুতি হ'ল আৰু এখন দেশক নিজৰ তললৈ নিলে। তেওঁলোকৰ অমায়িক ব্যৱহাৰ, নিয়মানুবৰ্ত্তিতা, প্ৰত্যুৎপন্ন-মতিয়েই বাণিজ্য প্ৰসাৰৰ মূল ধন আছিল।

এতিয়া চোৱা যাওক এই বাণিজ্য প্ৰসা-ৰতাই ভাৰতীয় জাতীয় জীৱনত কি প্ৰভাৱ বিস্তাৰ

কৰিলে। সকলো বস্তুৰে দুটা ফাল আছে, এটা ভাল আৰু এটা বেয়া। ভাল ফালৰে দুই এটা কথা চালি জাৰি চোৱা যক। ভাৰতবৰ্ষ এখন কৃষি প্ৰধান দেশ। ইংৰাজ সকলে সেই সময়ত যান্ত্ৰিক কল কজাৰ সহায়েৰে কাপোৰ আৰু আন আন বস্তু উৎপাদন কৰিছিল। গতিকে তেওঁলোকক কেঁচা মালৰ যথেষ্ট আৱশ্যক কিন্তু ইফালে ইংলণ্ডত সকলো বস্তু পোৱা নাযায়। ইফালে ভাৰতত শ্ৰমিকৰ সংখ্যা যথেষ্ট বেচি গতিকে কেঁচা মাল খুব কম খৰচতে উৎপাদন কৰিব পাৰিছিল।

যান্ত্ৰিক বিপ্লবৰ প্ৰভাৱ ভাৰতবৰ্ষতো পৰেহি এই প্ৰভাৱ স্পষ্টকৈ দেখা দিয়ে বিশেষকৈ দুটা শ্ৰেণীৰ ওপৰত – পুঁজিপতি আৰু শ্ৰমিক। এই শোষণ নীতিৰ চৰম সীমা পাইগৈ বিদ্ৰোহৰ যোগেদি। সামাজিক জীৱনৰ ওপৰতো এই বাণিজ্য নীতিয়ে বহুতো প্ৰভাৱ বিস্তাৰ কৰে। ইংৰাজৰ ভাষা এই দেশত প্ৰচলন হয়। লগে লগে পিন্ধা উৰা, চলন ফুৰণ সকলোতে ভাৰতীয় সকলে ইংৰাজক অনুকৰণ কৰে।

এই বাণিজ্য সম্পৰ্কৰ ফলত ভাৰতে নতুন নতুন যান্ত্ৰিক কল-কজা দেখিবলৈ পায়। ভাপৰ সহায়েৰে চলা যন্ত্ৰ, বৈদ্যুতিক পোহৰ, মটৰ, ৰেল আদিৰ প্ৰচলন ভাৰততো হবলৈ ধৰে। ভাৰতীয় সকলেও ইংৰাজ সকলৰ দৰে ব্যৱসায় বাণিজ্যত মন দিবলৈ ধৰে। কোম্পানী গঠন ৰেঙ্কৰ প্ৰচলন ইংৰাজৰ অনুকৰণত গঢ়ি উঠে। তেওঁলোকৰ (ইংৰাজৰ) ৰাজনীতিৰ শোষণনীতি বাদ দিলে এটা সুন্দৰ সংস্কাৰ মূলক চিত্ৰ আমাৰ আগত ভাঁহি উঠে। তেওঁলোকৰ শোষণনীতিৰ বিপক্ষে ভাৰতে দুশ বছৰ ধৰি বিদ্ৰোহ কৰি অৱশেষত স্বাধীনতা ঘূৰাই আনে আৰু গণতন্ত্ৰ স্থাপন হয়। দেশৰ উন্নয়ণ হকে পাঁচ বছৰীয়া পৰিকল্পনা কৰা হয়। কিন্তু ভাৰতে অকলে গোটেই দেশখন আগবঢ়ায় নিব নোৱাৰে। ইয়াৰ বাবে লাগে যথেষ্ট পুঁজি, যিটো ভাৰতত অভাৱ, গতিকে এই উন্নয়ণত আৱশ্যক যথেষ্ট পৰিমাণে উৎপাদনক্ষম যন্ত্ৰ। গতিকে ভাৰতে ওচৰ-চুবুৰীয়া দেশ যেনে ৰুচিয়া, আমেৰিকা, জাৰ্ম্মেনী, ইংলণ্ড আদিৰ পৰা ধাৰ কৰিব লগীয়া হয় যথেষ্ট পৰিমাণে। প্ৰত্যেক খন দেশৰ লগত বাণিজ্য চুক্তি স্বাক্ষৰিত হয়। এই বাণিজ্য চুক্তিবোৰ নিৰপেক্ষ ভিত্তিত স্বাক্ষৰিত হয়। ধাৰ লোৱা হল বুলিয়েই এইটো বুজায় যে ধাৰ দিওঁতা সকলৰ বশৱৰ্ত্তী হৈ চলিব লাগিব। এই বাণিজ্য চুক্তি বোৰে দেশবোৰৰ মাজত আন্তৰ্জাতিক সৌহাৰ্দ্য গঢ়ি তোলাৰ পথত যথেষ্ট সহায় কৰি আহিছে। শিক্ষাৰ কাৰণে এখন দেশৰ আৰু আন এখন দেশৰ মাজত যাতায়ত কৰিব লগীয়া হয়। ইয়াৰ পৰা দুখন দেশৰ মাজত থকা বৈষম্য মুলক ভাৱবোৰ দূৰ কৰাত সহায় কৰিছে।

এই বাণিজ্যৰ পৰা আন এটা লাভ হৈছে আন্তৰ্জাতিক মুদ্ৰাবিষয়ক ভঁৰাল। এখন দেশৰ মুদ্ৰা আন এখন দেশত নচলে। স্বৰ্ণ মূল্যই বেচা-কিনাৰ মাধ্যম হিচাবে সকলো দেশেই মানি লৈছে। কিন্তু সকলো দেশেই যেতিয়া পাৰস্পৰিক বাণিজ্য চুক্তিৰ দ্বাৰা আবদ্ধ—এখন দেশৰ হয়তো যথেষ্ট পৰিমাণে বৈদেশিক মুদ্ৰা নাথাকিবও পাৰে যাৰ

দ্বাৰা নেকি কিমান মূল্যৰ মুদ্ৰা শোধাৰ পৰা যায়। গতিকে এই আন্তৰ্জাতিক মুদ্ৰা বিষয়ক ভৰালে যথেষ্ট বৰঙণি যোগাইছে মুদ্ৰাৰ সমতাৰ বিষয়ত।

এতিয়া দেখা গ'ল যে বাণিজ্যই বিশ্ব-শান্তিৰ হকে যথেষ্ট বৰঙণি যোগাইছে। যোৱা যুদ্ধত জুকলা দেশবোৰক এখন দেশে আন এখন দেশক সহায় কৰিছে। অলপতে স্বাধীন হোৱা অনুন্নত দেশ বোৰক উন্নয়ণ মূলক কাম-বোৰত ধাৰ দিয়া হৈছে বাণিজ্য চুক্তিৰ দ্বাৰা। বিশ্বশান্তি অনাৰ পথত আৰু দেশবোৰৰ মাজত থকা আন্তৰ্জাতিক বিদ্বেষবোৰ উপশম কৰাত যথেষ্ট দান আছে। এই বাণিজ্য চুক্তি-বোৰত যদি নিস্বাৰ্থ ভাবে সম্পাদিত হয়।



# সাহিত্য আৰু অসমীয়া সাহিত্যৰ প্ৰবাহ

শ্ৰীশিৱ বৰুৱা
৪র্থ বাৰ্ষিক কলা

সাহিত্য যুগৰ দাপোণ। এই সাহিত্য দাপোণত একোখন দেশৰ একোটা জাতিৰ ছবি প্ৰতিস্ফলিত হয়। জন সাধাৰণেই দেশৰ মেৰুদণ্ড, আৰু এই জনসাধাৰণৰ মাজতেই সাহিত্যৰ জন্ম। সাহিত্যই জনসাধাৰণক এৰি এখন অবান্তৰ জগতৰ বাতৰি যোগোৱা সাহিত্যৰ উদ্দেশ্য বা বিষয় নহয়। সাহিত্যই এখন দেশৰ ৰাজনীতি, অৰ্থনীতি, সমাজধৰ্ম্ম ইত্যাদিৰ খবৰ ৰাখে। সেই কাৰণেই সাহিত্য মানৱ সমাজৰ লগত ওতঃ প্ৰোতঃ ভাবে জড়িত। মানৱ সমাজত উদ্ভৱ হোৱা অত্যাচাৰ, উৎপীড়ন অবহেলা শোক-তাপ, অভাৱ-অভিযোগ, আনন্দ উৎসৱ, ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, বিষয় বস্তুৰ ওপৰত নিৰ্ভৰ কৰিয়েই সাহিত্যৰ ভেটি গঢ়ি উঠে। মুঠ কথা ভাষা নহলে সমাজ আৰু সমাজ নহলে সাহিত্যৰ জন্ম হব নোৱাৰে।

অসমীয়া সাহিত্যৰ কথা কোৱাৰ আগতে ইয়াৰ ভাষা আৰু সাহিত্য কেতিয়াৰ পৰা আৰম্ভ হৈছে সেই কথা আলোচনা কৰাৰ দৰকাৰ হৈ পৰে। কোনো ভাষা বা সাহিত্য এটা নিৰ্দ্দিষ্ট দিনৰ পৰা গঢ়ি উঠিছে বুলি কব নোৱাৰি। কিয়নো ভাষা একেদিনাই জন্মহোৱা বস্তু নহয়। ই ক্ৰমাগত ৰূপলোৱা বস্তু। অসমীয়া ভাষা অসমত কেতিয়াৰ পৰা প্ৰচলন হৈছে আৰু ইয়াৰ সাহিত্য কেতিয়াৰ পৰা আৰম্ভ হল এই বিষয়ে ইতিহাসে আমাক কয় যে—৬৪৩ খৃষ্টাব্দত কাম-ৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মাৰ নিমন্ত্ৰণ অনুসাৰে চীন পৰিব্ৰাজক হিয়েনচাং কামৰূপলৈ আহিছিল।

হিয়েনচাঙৰ কামৰূপৰ ভ্ৰমণ বৃত্তান্তত লিখামতে ইয়াকে বুজিব পাৰি যে অসমত এটা সুকীয়া ভাষা আছিল—যি ভাষা মধ্যভাৰতৰ ভাষাৰ লগত অমিল আছিল। ইয়াৰ পৰা ইয়াকে অনুমান কৰিব পাৰি যে খৃষ্টীয় ৭ম শতিকা মানৰ পৰাই অসমীয়া ভাষাই প্ৰাদেশিক গঢ় লৈছিল। ২য়তে নগাঁৱৰ কপিলী উপত্যকাত পোৱা তামৰ ফলি কিছুমানত বহুতো অসমীয়া শব্দ পোৱা গৈছে। ইয়াৰ বাহিৰেও আমি ডাকৰ বচনক আঙুলিয়াই দি অসমীয়া ভাষাৰ প্ৰাচীনতম নিদৰ্শন বুলি কব পাৰো। ডাকৰ বচনক বহু পণ্ডিতে সপ্তম শতিকাৰ বুলি কয়। কিন্তু ডাক চৰিত্ৰ পুথিৰ মতে ডাকৰ যি জন্ম বৃত্তান্ত আছে তাত ডাকে বিক্ৰমাদিত্য ৰাজসভাৰ নবৰত্নৰ বৰাহমিহিৰৰ পুতেক বুলি উল্লেখ কৰিছে। যদি সেয়ে হয় ডাকৰ বচনৰ সময় ৪ৰ্থ শতিকাৰ পাচৰ নহব। সি যিকি নহওক ডাকৰ বচনেই যে অসমীয়া সাহিত্যৰ প্ৰথম মৌখিক সাহিত্য তাক নিঃসন্দেহে কব পাৰি।

অসমীয়া ভাষাৰ প্ৰকৃত নিদৰ্শন ত্ৰয়োদশ শতিকাতহে পোৱা গৈছে। ত্ৰয়োদশ শতিকাত কমতাপুৰৰ দুৰ্লভ নাৰায়ণৰ পৃষ্ঠপোষকতাত কবি হেমসৰস্বতীয়ে প্ৰথম অসমীয়া পুথি প্ৰহ্লাদ চৰিত্ৰ ৰচনা কৰে। তেতিয়াৰে পৰা অসমীয়া সাহিত্য-বুৰঞ্জী আছে। ১৩ শতিকাৰ পৰা ১৭ শতিকাৰ আৰম্ভণী-লৈকে ৰুদ্ৰকন্দলী, হৰিহৰ বিপ্ৰ, দুৰ্গাবৰ, নাৰায়ণদেৱ, মাধৱকন্দলী, পীতাম্বৰদ্বিজ আৰু যুগপ্ৰবৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আদি কবি সাহিত্যিক আৰু মহাপুৰুষ সকলৰ কাব্য প্ৰতিভাই অসমীয়া সাহিত্যৰ ভেটি ৰান্ধি থৈ গৈছে। এই যুগটোক দুটা ভাগত বিভক্ত কৰা হৈছে। শঙ্কৰদেৱৰ জন্মৰ আগৰ ছোৱাখিনিক প্ৰাগবৈষ্ণৱ যুগ, শঙ্কৰদেৱৰ জন্মৰ পৰা বৈষ্ণৱ যুগ আৰু প্ৰায় ১৭ শতিকাৰ পাচৰ ছোৱাখিনিক উত্তৰ বৈষ্ণৱ যুগ বোলা হৈছে। এই বৈষ্ণৱ যুগত বিস্তাৰ হোৱা বিভিন্ন লেখকৰ লেখনিত অসমীয়া জাতিৰ চিন্তা, চৰ্চা, কল্পনা, আশা-আকাঙ্ক্ষা ইত্যাদিৰ পৰিচয় পাইছো। এই সাহিত্যক অসমীয়া Classical literature বা শাস্ত্ৰীয় সাহিত্য বুলি কোৱা হৈছে। ইয়াৰ ভিতৰতে দুৰ্গাবৰ, নাৰায়ণ দেৱৰ মনসা সাহিত্য আৰু বিশেষকৈ পীতাম্বৰ দ্বিজৰ উষা পৰিণয় শাস্ত্ৰীয় সাহিত্যৰ পৰা আঁতৰি আহিছে। পীতাম্বৰ দ্বিজৰ উষা-পৰিণয়ত ৰোমান্টিচিজিমৰ সাঁচ পৰিছে। কিয়নো ৰোমাণ্টিক সাহিত্যৰ ভালেকেইটা লক্ষণ যেনে—ভাব প্ৰৱণতা, অসংযম, অসাধাৰণ, আদি আছে। তেনেহলে কব পাৰি যে—খৃষ্টীয় ১৫ শতিকাৰ অসমীয়া লেখকৰ হাতত ৰোমাণ্টি-কতাই ধৰা দিছিল। ইংৰাজী সাহিত্যত ৰোমাণ্টিক সাহিত্য আৰম্ভ হৈছিল ১৬ শতিকাত ৰাণী এলিজাবেথৰ দিনত। গতিকে এই কালৰ পৰা চাবলৈ গলে অসমীয়া ৰোমাণ্টিক সাহিত্য ইংৰাজী ৰোমাণ্টিক সাহিত্যতকৈ আগতে জন্ম হৈছিল। ১৭ শতিকাৰ আৰম্ভণীৰ পৰা ১৯ শতি-কাৰ আৰম্ভণীলৈকে অসমীয়া সাহিত্যৰ বুৰঞ্জী গদ্য ভাষাৰ যুগ। ১৯ শতিকাৰ পাচৰ পৰা বৰ্তমানলৈকে প্ৰচলিত অসমীয়া ভাষা সাহিত্যক আধুনিক অসমীয়া সাহিত্য বুলি কোৱা হৈছে।

সাধাৰণতে বোৱঁতী নদীৰ লগত জীৱন্ত ভাষাক তুলনা কৰা হয়। এখন বাই নদীৰ লগত বোৱঁতিয়া বহুতো সৰু সুৰা নদী বা জান জুৰি

আহি লগ লাগেহি যেতিয়া যাই নদীৰ সোঁত আৰু পানী বেছি হোৱা স্বাভাৱিক। সেইদৰে ভাষাৰ ক্ষেত্ৰতো যেতিয়া দেশী-বিদেশী নানা ভাষাৰ প্ৰভাৱ এটা ভাষাৰ ওপৰত পৰে সেই ভাষাও শক্তিশালী হয়। আৰু সেই ভাষাৰ সাহিত্যও চহকী হয়। পৃথিবীৰ কোনো ভাষাই অকল নিজৰ ভাষাকে লৈ সাৱটি থকা নাই। এই কথা বিখ্যাত ইংৰাজ লেখক মেকছমুলাৰ চাহাবে এনে ধৰণেৰে কৈছে—"কোনো জাতিৰ এনেকুৱা এটা ভাষা নাই যি ভাষাত বিদেশী শব্দ নাই।" সেইদৰে সাহিত্যও চহকী হয় আন সাহিত্যৰ অনুকৰণত বা প্ৰভাৱত। এই কথাৰ প্ৰমাণ বেছি দূৰলৈ নগৈ ওচৰৰে বঙালী সাহিত্যৰ কথাকে কব পাৰি। বঙালী ভাষা চহকী হোৱাৰ যাই কাৰণ হল ইংৰাজী ভাষা সাহিত্যক তেওঁলোকে অনুকৰণ কৰিছে। আমাৰ অসমীয়া ভাষাও তীব্ৰত বৰ্মী অষ্ট্ৰিক ভাষাৰ সন্মিলনত অসমীয়া ভাষাৰ ঐশ্বৰ্য্য আৰু বৈচিত্ৰ দিনক দিনে বাঢ়িছে। তাৰ উপৰিও অসমীয়া আধুনিক সাহিত্যত ইংৰাজী সাহিত্যৰ প্ৰভাৱ যথেষ্ট পৰিমাণে পৰিলক্ষিত হৈছে। শিক্ষা সংস্কৃতি ব্যৱসায় আদিৰ ফলত ইংৰাজী, হিন্দী, উৰীয়া, বঙালী, পঞ্জাবী, নেপালী আদি নানা ভাষা-ভাষী সকলৰ সংযোগ ঘটিছে। এই সংযোগৰ ফলত বহুতো নতুন শব্দই অসমীয়া ভাষাত সোমাই পৰিছে। সংস্কৃত অসমীয়া ভাষাৰ সঞ্জীৱনী, বহুতো সংস্কৃত শব্দ প্ৰাকৃতৰ ভিতৰেদি অসমীয়া ভাষাত সোমাই অসমীয়া ভাষা চহকী কৰিছে।

এটা ভাষা আৰু তাৰ সাহিত্য চহকী আৰু সতেজ হবলৈ হলে একালে যেনেকৈ সুস্থ সাহিত্যিকৰ আৱশ্যক আনকালে তেনেকৈ ভাষা সাহিত্য অধ্যয়ন কৰিবলৈ বহুতো জন-সাধাৰণৰ আৱশ্যক। জনসাধাৰণে যদি ভাষা অধ্যয়ন কৰিব নেজানে তেনেহলে তেনে জন-সাধাৰণৰ মাজত এই জনসাধাৰণৰ ভাষা সাহিত্যই বিশেষ আগ বাঢ়িব নোৱাৰে। অসম দেশৰ অসমীয়া ভাষাও এই কালৰ পৰা এটা বিৰাট জটিল সমস্যা। অসমৰ অধিক সংখ্যক লোকেই পঢ়িব নেজানে বা তেনে সুবিধাও নাই। নেফা অঞ্চলৰ বহুত লোকেই অসমীয়া শিকিবলৈ ইচ্ছা কৰে। কিন্তু তেওঁলোকৰ ইচ্ছাত বাধা আছে। আকৌ যি দুই চাৰিজন অসমীয়া লোকৰ অসমীয়া ভাষা—সাহিত্য অধ্যয়ন কৰাত ধাউতি আছে তেওঁলোকেও হয়তো অৰ্থৰ অভাৱত সেই সুবিধা নাপায়। ইংৰাজী সাহিত্যই পৃথিবীৰ ভিতৰত প্ৰথম স্থান লাভ কৰাৰ যাই কাৰণ হল সেই ভাষা সাহিত্যক আদৰ কৰিব পৰা মানুহ পৃথিবী জুৰি ভৰি আছে অৰ্থাৎ নিজৰ দেশ খনৰ বাহিৰেও কম বেছি পৰিমাণে পৃথিবীৰ সকলো মানুহৰ মাজত ইংৰাজী পঢ়িব জনা মানুহ আছে। কিন্তু অসমীয়া সাহিত্য নিজৰ দেশ খনৰ মানুহে আনকি অসমীয়া ভাষা কোৱা মানুহ বিলাকেও পঢ়িব নেজানে। এনে বিলাক আহুকাল আৰু বাধা বিঘিনিৰ মাজেদি অসমীয়া ভাষাৰ সাহিত্য জীয়াই থাকিব লগীয়াত পৰিছে বা জীয়াই আছে—একমাত্ৰ এমুঠি অস-মীয়া সাহিত্যিকৰ উৎকট দেশপ্ৰেম আৰু জাতীয় প্ৰেমৰ তাড়নাত। বৃটিছ ৰাজত্বৰ আৰম্ভণিতে বঙালীয়ে অসমীয়াক বঙালী ভাষাৰ অপভ্ৰংশ

বুলি বুটিছৰ মুখীয়াল কেইজনক বুজাই দি অসমত বঙালী ভাষাৰ প্ৰচলন কৰাইছিল। কিন্তু তেওঁলোকৰ এই চাতুৰী বেচি দিন নিটিকিল।

আমেৰীকান মিছনেৰী আৰু দেশপ্ৰাণ সাহিত্যিক আনন্দৰাম ঢেকিয়াল ফুকন, নিধিলেবি ফাৰৱেল, গুণাভিৰাম বৰুৱা আদিৰ অপ্ৰাণ চেষ্টাত অসমীয়া ভাষাই আকৌ ঠন ধৰি উঠিল। শিৱসাগৰকে কেন্দ্ৰ কৰি চাৰিওফালে অসমীয়া ভাষাৰ প্ৰচলন হল। তেখেত সকলৰ চেষ্টাতে অৰুণোদয় আসামবন্ধু, আসাম বিলাসিনী আসাম দৰ্পণ, আসাম দীপক আৰু 'মৌ' কাকতৰ প্ৰচলনত অসমীয়া ভাষাই গা ডঙা দিলে। হেম চন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ অভিধান আৰু ব্যাকৰণ লিখি ইয়াৰ ভেঁটি নতুনকৈ স্থাপন কৰিলে। 'অৰুণোদয়' আৰু 'বন্ধুৱে' অসমীয়া ভাষাৰ স্থান নিৰ্ণয় কৰি অসমীয়া ভাষাক ৰাষ্ট্ৰ ভাষা বুলি ঘোষণা কৰালে। ইয়াৰ পাচতেই জোনাকী যুগৰ অৱদানে অসমীয়া সাহিত্যত যুগান্তৰ ঘটালে। ইংৰাজী সাহিত্যৰ সংমিশ্ৰণৰ ফলতেই হলেও এই যুগতেই অসমীয়া নাট—লিটিকাই, উপন্যাস পদুম কুঁৱৰী আৰু লাহৰী, অনুবাদ নাট 'ভ্ৰমৰঙ্গ', খুহতীয়া কথাৰ কৃপাবৰ বৰবৰুৱা আদিত নতুন ভাব ছন্দৰ উদ্ভৱ হল। ১৮৮৯ চনৰ পৰাই আধুনিক অসমীয়া সাহিত্যত ৰোমাণ্টিকতাৰ আৰম্ভ হয়। এই জোনাকী যুগৰ সাহিত্যিক সকলৰ কথা বাদ দি অসমীয়া সাহিত্যৰ কথা কল্পনা কৰিব নোৱাৰি। তেখেত সকলৰ ভিতৰত অগ্ৰগণী লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰ কুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞি বৰুৱা, সত্যনাথ বড়া, লম্বোদৰ বড়া, কমলা কান্ত ভট্টাচাৰ্য্য, আনন্দ চন্দ্ৰ আগৰৱলা, বেনুধৰ ৰাজখোৱা, শৰৎ চন্দ্ৰ গোস্বামী, ৰঘুনাথ চৌধুৰী, দুৰ্গেশ্বৰ শৰ্ম্মা, চন্দ্ৰধৰ বৰুৱা ইত্যাদিক লৈ আৰু বহুতো সু-সাহিত্যিক আৰু গভীৰ চিন্তাশীল লোক পৰে।

অসমীয়া সাহিত্যত কবিতাৰ অৱদানেই আতাইতকৈ পুৰণি। বৰ্ত্তমান অসমীয়া সাহিত্যত ৰোমাণ্টিক কবিতা, আধুনিক কবিতা, কথা কবিতা আদিয়ে অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ় কৰি তুলিছে। অসমীয়া সাহিত্যত প্ৰেমৰ কবি লক্ষ্মীনাথ বেজবৰুৱা, গণেশ গগৈ, ৰঘুনাথ চৌধুৰী, যতীন দুৱৰা, দেৱকান্ত বৰুৱা, নবকান্ত বৰুৱা, আদি ৰোমাণ্টিক কবি সকলৰ কবিতাই অসমীয়া সাহিত্যত এটা সুকীয়া খ্যাতি লাভ কৰিছে। ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক কবি Wordsworth, Coleridge, Keats আৰু Browning আদি কবি সকলে যেনেকৈ ইংৰাজী ৰোমাণ্টিক সাহিত্য তেওঁলোকৰ কবিতাৰ যোগেদি কালজয়ী খ্যাতি লাভ কৰিছে সেইদৰে ওপৰত উল্লেখ কৰা অসমীয়া কবি কেইজনেও অসমীয়া সাহিত্যত ৰোমাণ্টিচিজিমৰ সৃষ্টি কৰিলে। Shelley য়ে যেনেকৈ "I fall upon the thorns of life! I bleed" বুলি কৈছে। সেইদৰে গগৈ, দুৱৰা আৰু দেব বৰুৱা আদিও একে পাত কাড়ৰ বিষত জৰ্জ্জৰিত হৈছে। Browning ৰ Last ride togethes আৰু আমাৰ দেব বৰুৱাৰ 'কলঙৰ পাৰত মাজনিশাৰ কবিতাৰ অঙ্গী-ভঙ্গী আৰু সাৰাংশ একে। অৱশ্যে Browning আৰু Andreu Delsattaৰ প্ৰভাব দেব বৰুৱাৰ এই কবিতাত পৰিছে।

দৰাচলতে অসমীয়া সাহিত্যলৈ ৰোমাণ্টিক কৱিতাৰ ধাৰা ইংৰাজী সাহিত্যৰ পৰাই আহিছে। এই ৰোমাণ্টিক কবিসকলৰ উদ্দেশ্য হ'ল সমাজ

সচেতন কৰা। অসমীয়া সাহিত্যত আৰু কেই জনমান নীৰৱ ৰোমাণ্টিক কৰি দেখা যায়। সেই সকলৰ ভিতৰত কমলাকান্ত ভট্টাচাৰ্য্য, অম্বিকাগিৰী ৰায়চৌধুৰী, পদ্মনাথ গোহাঞি বৰুৱা, নলিনীবালা দেৱী, ৰঘু চৌধুৰী প্ৰমুখ্যে কবি সকলৰ কবিতাত সত্যৰ সাধক নিৰ্জ্জনৰ পূজাৰী আৰু অতীন্দ্ৰিয় ভাৱৰ প্ৰভাৱে প্ৰাধান্য লাভ কৰিছে। যতীন দুৱৰাৰ কথাকবিতাই আকৌ অসমীয়া সাহিত্যত এটা সুকীয়া বিস্তাৰ লাভ কৰিছে। খৃষ্টীয় ৪ৰ্থ শতিকাই হওক বা ৭ম শতিকাই হওক তেতিয়াৰ পৰা আৰম্ভ কৰি ডাকৰ বচন, বিহুগীত, বনগীত, আখ্যানমূলক গীত, বিয়ানাম, গীতি কবিতাকে আৰম্ভ কৰি বৰ্ত্তমান আধুনিক আৰু ৰোমাণ্টিক কবিতা আদি সকলো ধৰণৰ কবিতাই অসমীয়া সাহিত্যৰ এটা সুকীয়া বৈশিষ্ট।

অসমীয়া সাহিত্যত উপন্যাসৰ সোঁত বিচাৰি চালে দেখা যায় যে ৰোমাণ্টিক কবিতাৰ দৰেই উপন্যাসৰ প্ৰভাৱো ইংৰাজী সাহিত্যৰ পৰাই অসমীয়া সাহিত্যলৈ বাগৰি আহিছে। ইংৰাজী সাহিত্যটো উপন্যাস সাহিত্য সৃষ্টি হোৱাৰ বয়স বেচি দিন হোৱা নাই। ইংলণ্ডৰ ১৮ শতিকাৰ লেখক ডেনিয়েল ডিফোৰ ৰচনাকে উপন্যাসৰ পৰ্য্যায়ৰ প্ৰথম ৰচনা বুলি ধৰা হয় আৰু সেই কাৰণেই he has been called the father of Novel of English literature. আমাৰ অসমীয়া উপন্যাসিক ৰজনীকান্ত বৰদলৈ দেৱকহে 'উপন্যাস সম্ৰাট' বুলি কোৱা হয়।

সাহিত্য, সমাজ, ধৰ্ম্ম আৰু জাতিৰ সম্বন্ধ এনে ভাবে জড়িত থাকে যে ইটোক এৰি আনটো সম্পূৰ্ণ নহয়। বুৰঞ্জীৰ পাতত একোটা জাতি আৰু যুগ জীয়াই থাকে। বুৰঞ্জী সাহিত্যৰ ভিতৰৰ বস্তু। সেই কাৰণে সাহিত্যৰ পাততো একোটা যুগৰ ৰাজনীতি, অৰ্থনীতি সংস্কৃতি, আদি বহুতো খবৰৰে সৈতে একোটা জাতি জীয়াই ৰাখে বা লুকাই থাকে। পৌৰাণিক আৰু আধুনিক সাহিত্যৰ পাত মেলি চালেই ইয়াৰ সত্যতা বুজি পোৱা যায়। উপন্যাস সাহিত্যতো এখন সমাজৰ ৰীতি-নীতি, সমাজ ধৰ্ম্ম আৰু ৰাজনীতিৰ কথা পোৱা যায়।

উপন্যাস সাহিত্যৰ উদ্দেশ্য একালে যেনেকৈ সমাজ সংস্কাৰ কৰা, আনহাতেদি তেনেকৈ ইয়াৰ ভাব-ভাষা আৰু কল্পনাই মানুহক আপ্লুত কৰে। উপন্যাস বিলাক সাধাৰণতে বৰ্ণনামূলক আৰু এই বৰ্ণনাবিলাক এনে ধৰণেৰে সজোৱা হয় যে পঢ়ুৱৈ সকলে এবাৰ আৰম্ভ কৰিলে শেষ নকৰাকৈ নোৱাৰে। উপন্যাসৰ বৈশিষ্ট এয়ে। উপন্যাসৰ বৰ্ণনাই যদি পঢ়ুৱৈৰ মনত কৌতুহলৰ সৃষ্টি কৰিব নোৱাৰে তেন্তে ঔপন্যাসিকে সফলতা লাভ কৰিব নোৱাৰে। সেই কাৰণে উপন্যাসৰ ভাষা একালে যেনেকৈ সহজ সৰল আনহাতে তেনেকৈ কল্পনাপ্ৰসূত হব লাগে। ডিকেন্সৰ উপন্যাসবোৰ পৃথিৱীৰ নানা ভাষালৈ ৰূপান্তৰিত হৈছে আৰু ইয়াৰ মূলতে হল ডিকেন্সৰ সাহিত্যৰ জনপ্ৰিয়তা।

অসমীয়া সাহিত্যলৈ উপন্যাসৰ প্ৰকৃত ভাবধাৰা ইংৰাজী সাহিত্যৰ পৰা মাত্ৰ ১৯ শতিকাৰ প্ৰায় শেষ ভাগ আৰু ২০ শতিকাৰ আৰম্ভণিতে অসমীয়া উপন্যাস জগতলৈ বাগৰি আহিছে। অসমীয়া সাহিত্যৰ প্ৰথম উপন্যাস হল পদ্মাৱতী

দেৱী ফুকননীৰ "সুধৰ্ম্মাৰ উপন্যাস"। এই খনেই যদিও অসমীয়া সাহিত্যৰ প্ৰথম উপন্যাস তথাপি উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াইহে অসমীয়া সাহিত্যত উপন্যাসৰ যুগান্তৰ ঘটালে। সুধৰ্ম্মাৰ উপন্যাসৰ পাচতেই গোহাঞি বৰুৱাৰ "ভানুমতী" আৰু "লাহৰী" আৰু লক্ষ্মী নাথ বেজবৰুৱাৰ "পদুমী" আদি প্ৰধান। সেয়ে হলেও বৰদলৈ ডাঙৰীয়াৰ লেখনিৰ মাজেদিহে উপন্যাসৰ ধাই বোৰ্ত্তী সুতি অসমীয়া সাহিত্যলৈ বাগৰি আহিছিল। অৱশ্যে দকৈ ভাবি চালে ১৯ শতিকাৰ আগতেও অসমীয়া সাহিত্যত পদ্যতে এবিধ ৰোমাঞ্চ সাহিত্যৰ প্ৰচলন আছিল। উদাহৰণ স্বৰূপে ফুলকোঁৱৰ, মণিকোঁৱৰ, জেতীমলা, উমাপৰিণয় আদি লৌকিক কাব্য কেইখন ৰোমাঞ্চগন্ধী সাহিত্য বুলি কব পাৰি। সেয়েহে এই কাব্য কেইখনৰ জনপ্ৰিয়তা বা ইয়াৰ কাহি-নীক মানুহে এতিয়াও মনোযোগেৰে শুনে।

উপন্যাস সাহিত্যই মানুহৰ আটাইতকৈ সমাদৰ লাভ কৰে। এখন উপন্যাসত কেইটামান চৰিত্ৰৰ যোগেদি এখন সমাজৰ, দেশৰ—অৰ্থনীতি, ৰাজনীতি, আদিৰ হুবহু প্ৰতিছবি জিলিকি থাকে। মানুহৰ অৰ্থাৎ সমাজৰ আতাইতকৈ ডাঙৰ সমস্যা হল—যৌন আৰু অৰ্থ। উপন্যাসত এই দুয়োটাৰে সমাবেশ ঘটোৱা হয়। সেইবাবে এজন মনিষীয়ে কৈছিল—"উপন্যাসত নাম আৰু তাৰিখৰ বাহিৰে সকলো সচা; ইতিহাসত নাম আৰু তাৰিখৰ বাহিৰে সকলো মিছা"। কালৰ প্ৰভাৱত বুৰঞ্জীৰ অনেক ঘটনাৰ ৰূপ বেলেগ হৈ যায়—কিন্তু উপন্যাস কাব্য মানুহৰ চিৰন্তন প্ৰবৃত্তিবোৰৰ ওপৰত ন্যস্ত। বিভিন্ন লেখকৰ বিভিন্ন প্ৰকাশভঙ্গীৰ মাজেদি একোটা বিশিষ্ট চৰিত্ৰক বিকাশ ঘটাই গোটেই সমাজখনৰ কমবেছি পৰিমাণে এখন জীৱন্ত ছবি ফুটাই তোলাই ঔপন্যাসিকৰ উদ্দেশ্য। ঔপন্যাসিকে কল্পনাৰে ঘটনাবোৰ সজীৱ কৰি তোলে। বৰ্ত্তমান অসমীয়া সাহিত্যত উপন্যাসৰ সোঁত বৰ প্ৰবল বেগেৰেই বৈ আহিছে। বৰ্ত্তমান অৰ্থাৎ ১৯ শতিকাৰ শেষৰ পৰা আৰম্ভ কৰি বৰ্ত্তমানলৈকে অসমীয়া উপন্যাস বহুত ওলাইছে—লগতে ইংৰাজীৰ পৰাও ভালেকেইখন উপন্যাস অসমীয়ালৈ অনু-বাদ হৈছে। পদ্মাৱতী দেৱী ফুকননী, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁইবৰুৱা, ৰজনীকান্ত বৰদলৈ, দণ্ডিনাথ কলিতা, বিষ্ণুৰিস্বৰ কলিতা, হলিৰাম ডেকা, ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা, মহম্মদ পিয়াৰ, হিতেশ ডেকা, আবদুল মালিক, হেম বৰুৱা বীৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য, হোমেন বৰগোহাঞি, চন্দ্ৰ প্ৰসাদ শইকীয়া, পদ্ম বৰকটকী ইত্যাদিকে আৰম্ভ কৰি আৰু বহুতো নৱৰহী লেখকৰ উপন্যাস অসমীয়া সাহিত্যৰ চেটি ওখ কৰিছে।

উপন্যাসৰ দৰেই চুটি গল্পৰ ধাৰাও ইংৰাজী সাহিত্যৰ পৰাই অসমীয়া সাহিত্যলৈ বাগৰিছে। মোপাচাৰ গল্পৰ প্ৰভাৱ অসমীয়া চুটি গল্পৰ ওপৰত পৰিস্ফুট ভাৱে পৰিছে আৰু চেক্ভৰ ৰুচদেশৰ গল্প সাহিত্যিক সকলৰ ভিতৰত শ্ৰেষ্ঠ বুলি সমাদৰ কৰে। মোপাচা আৰু চেক্ভে চুটি গল্পৰ যুটা কৌশল (technique) বা ষ্টাইল আধুনিক চুটি গল্প জগতলৈ দি থৈ গৈছে। এই কৌশল বা ষ্টাইলকে আৰম্ভ কৰি ইংৰাজী বঙ্গালী অসমীয়া আদি ভাষাত চুটি গল্পৰ প্ৰচলন হব ধৰিছে। উপন্যাসৰ দৰেই চুটি গল্পো বিষয়-বস্তু যৌন আৰু অৰ্থ সমস্যাকে লৈ চুটি গল্প

আগবাঢ়ি আহিছে। তথাপি এটা কথা বিশেষ মন কৰিব লগীয়া এয়ে যে সকলো সময়তে চুটি গল্পৰ বিষয়বস্তু ডেকা-গাভৰু বা স্কুলীয়া লৰা-ছোৱালীৰ প্ৰেম বৰ্ণনাই হয় তেন্তে চুটি গল্পৰ standard বহু তললৈ নামিব। চুটি গল্পত আনহাতেদি নানা ঘটনা আৰু চৰিত্ৰৰ সমাবেশ একেঠাইতে ঘটোৱাও উচিত নহয়। এই বিলাক দোষ বৰ্ত্তমান অসমীয়া চুটি গল্পত পোৱা যায়। চুটি গল্পত মানুহৰ বা সমাজৰ মনস্তত্ত্ব সমস্যাৰ দীঘলীয়া চিত্ৰৰ প্ৰতিচ্ছবি ডাঙি ধৰাটোও সম্ভৱপৰ নহয়। একেটা বিশেষ মুহূৰ্ত্তত বা অৱস্থাত মানুহ মনৰ যি প্ৰতিক্ৰিয়া হয়, সেই প্ৰতিক্ৰিয়াকে আশ্ৰয় কৰি চুটি গল্পৰ জন্ম হয়। চুটি গল্প সদায় ভাবোদ্দীপক আৰু ইয়াৰ ৰচনা বৰ আকৰ্ষণীয় হব লাগে। আনহাতেদি চুটি গল্পৰ উদ্দেশ্য শিক্ষিত আৰু অশিক্ষিত—দুখীয়া আৰু চহকী দুয়োটা শ্ৰেণীৰ মাজত কিদৰে প্ৰেমপূত প্ৰৱাহ প্ৰভাৱ প্ৰতিফলিত হয় তাক ডাঙি দেখুৱা। বেজবৰুৱাৰ 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়,' ভোকেন্দ্ৰ বৰুৱা আদি চুটি গল্পই আজিও অসমীয়া সাহিত্যৰ চুটি গল্পত উচ্চস্থান লাভ কৰি আছে। অসমীয়া সাহিত্যত চুটি গল্পৰ স্থান বৰ পুৰণি নহলেও চুটি গল্পৰ অৱদান অসমীয়া সাহিত্যলৈ যথেষ্ট পোৱা গৈছে। বহুতো চুটি গল্পৰ কিতাপ অসমীয়া সাহিত্যত প্ৰকাশ পাইছে।

ব্যঙ্গ ৰসৰ সাহিত্যও অসমীয়া সাহিত্যত মন কৰিব লগীয়া। জোনাকী যুগৰে পৰা আৰম্ভ কৰি বৰ্ত্তমানলৈকে ভালেকেইজন সাহিত্যিকে অসমীয়া সাহিত্যত ব্যঙ্গ ৰসৰ কবিতা পুথি, ৰচনা, গল্প নাটক ইত্যাদি লিখিছে। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰি কোৱাভাতুৰী' লক্ষ্মীনাথ বেজবৰুৱাৰ "কৃপাবৰ বৰুৱা," দণ্ডি কলিতাৰ "বহুৰূপী" আদিয়ে একালে সমাজৰ দোষকে আবৃত্তি কৰিছে আৰু আনহাতেদি আওপকীয়াকৈয়ে হওক বা পোনপটীয়াকৈয়ে হওক সমাজ সংস্কাৰ বিচাৰিছে। এনেবিলাক সাহিত্যই একালে যেনেকৈ হাঁহিব বহুখা জোগায় আনফালে নিজৰ দোষকে সমাজক দেখুৱাই দিয়ে; বৰ্ত্তমান প্ৰেমনাৰায়ণ ভত্ত বড়া, ভুবন নাথ আদিৰ ডিটেকটিভ উপন্যাস ৰচনা আদিয়ে অসমীয়া সাহিত্যৰ আন এটা দিশ নিৰ্ণয় কৰিছে।

অসমীয়া নাট্য সাহিত্যৰ বিষয়ে আলোচনা কৰিবলৈ গলে দেখা যায় যে প্ৰাদেশিক ভাষাত প্ৰথম অসমীয়াতেই গদ্য সাহিত্যত নাটক ৰচনা কৰা হৈছিল। আৰু এই ৰচনাৰ প্ৰৱৰ্ত্তক আছিল—মহাপুৰুষ শঙ্কৰদেৱ। তেতিয়াৰে পৰা আৰম্ভ কৰি বৰ্ত্তমানলৈকে অসমীয়া সাহিত্যত পৌৰাণিক, বুৰঞ্জীমূলক, আধুনিক বহুতো নাটক অসমীয়া ভাষাত ৰচনা হৈছে। জোনাকী যুগত নাট্যকাৰ লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱাৰ অৱদান অসমীয়া নাট্য সাহিত্যত পোৱা গৈছিল। তেতিয়াৰে পৰা বৰ্ত্তমানলৈকে অসমীয়া সাহিত্যত—যিমান বিলাক নাটক ৰচনা কৰা হৈছে সেই সকলোবিলাকতে চেকচপীয়েৰ মিলটন, চাৰিডন আদিৰ ৰচনা কৌশলৰ দৰে ঘটনাচক্ৰ বা প্লট, চৰিত্ৰ, ভাষামাধুৰ্য্য, ৰস, ৰঙ্গমঞ্চৰ পৰিবেশ আৰু গীত-বাদ্য আদি আৱশ্যকীয় সকলো অঙ্গৰে সমাবেশ ঘটাব নোৱাৰিলেও নাট্য সাহিত্যই অসমীয়া সাহিত্যত কমবেচি পৰিমাণে প্ৰাধান্যতা লাভ কৰিছে। যিহেতু সকলো সাহিত্যতকৈ নাট্য-সাহিত্যৰ তুলিকা লবলৈ

যাওঁতে বহুতো সীমাবদ্ধতাৰ মাজেদি চলিব লগা হয়। কিয়নো এখন নাটক মঞ্চৰ উপযোগী কৰি ৰচনা কৰিলেহে না ট্যকাৰ সফল হৈছে বুলি কব পাৰি। মঞ্চৰ সীমাবদ্ধতাৰ ওপৰত লক্ষ্য ৰাখি দৰ্শকৰ ৰুচিৰ প্ৰতি চেতনা লৈ, সমাজৰ কাৰো ওপৰত যাতে পোনপতীয়াভাৱে আক্ৰমন নকৰি—হাস্যৰসৰ সৃষ্টি কৰি—প্ৰত্যেক দৃশ্যতে কৌতুহল সৃষ্টি কৰি অবান্তৰ আৰু কৃত্ৰিম দৃশ্যৰ বাদ পেলাই ঘটনা আৰু কালৰ সামঞ্জস্য ৰাখি নাটক ৰচনা কৰিব পাৰিলেহে নাট্যকাৰ প্ৰকৃততে সফল হয়। নাটকৰ বিষয় বস্তু উপন্যাসৰ দৰে প্ৰায় একেহলেও উপন্যাসৰ দৰে নাট্য সাহিত্যত কল্পনাৰ চৰিত্ৰাৰ্থ কৰিবলৈ নাট্যকাৰ মুক্ত নহয়।

অসমীয়া নাট্য-সাহিত্যত এটা বিশেষ মনকৰিবলগীয়া কথা এই যে—মহাপুৰুষ শঙ্কৰদেৱেই ভাৰতত তথা—বিশ্বতে প্ৰথমবাৰৰ বাবে চিনৰ প্ৰচলন কৰিলে।

বৰ্ত্তমান অসমীয়া নাট্য সাহিত্যলৈ অতুলচন্দ্ৰ হাজৰীকাৰে অবদান আতাইতকৈ বেচি। তেখেত পৌৰাণিক, বুৰঞ্জীমূলক, আধুনিক কেউপ্ৰকাৰৰ নাটক ৰচনা কৰি অসমীয়া সাহিত্যত নাট্য সাহিত্যৰ ভেটি বান্ধিলে। তাহানি চেকসপিয়েৰ বা কালিদাসৰ দৰে কেইবা যুগৰ ঘটনাক বৰ্ত্তমান নাট্য সাহিত্যত লগলগাবলৈ কিছু আহুকাল আহি পৰিছে। মানুহৰ বুদ্ধি-বৃত্তি, সময় কাল আৰু যুগৰ প্ৰভাৱৰ ওপৰত নিৰ্ভৰ কৰি ৰচনা কৰা নাট্য সাহিত্যইহে বৰ্ত্তমান প্ৰাধান্যতা লাভ কৰিব পাৰিব। আধুনিক অসমীয়া নাটক—'পহিলা তাৰিখ', 'বা-মৰলী', 'মৰমতৃষ্ণা', কিয়," ইত্যাদিৰ নাট্যকাৰ সকলে বৰ্ত্তমান যুগৰ প্ৰভাৱ পেলাই যৌন আৰু অৰ্থ দুয়োটাৰে পটভূমি এই নাটক বিলাকত আঁকি দেখুৱাইছে। ইয়াৰ সাহিত্যেও এক অহীয়া নাটকৰ ৰচনা অসমীয়া সাহিত্যত বহুতো ওলাইছে। এই এক অন্ধীয়া নাটক, যোৱৰ ৰচনা কৌশল বা ষ্টাইল আৰু উদ্দেশ্য মন কৰিবলগীয়া। প্ৰেমনাৰায়ণৰ ডিটেকটিভ নাটক, উপন্যাস অসমীয়া সাহিত্যত অন্য এটা স্বকীয়া ষ্টাইল আছে। ভদ্ৰ বড়াৰ ব্যঙ্গৰসৰ সাহিত্য বিলাকেও অসমীয়া সাহিত্যত স্বকীয়া প্ৰতিভাৰ প্ৰাধান্যতা লাভ কৰিছে। অসমীয়া সাহিত্যত গচুদিওতা ডাঃ বাণীকান্ত কাকতি, ডাঃ সূৰ্য্যকুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, দেবানন্দ ভৰালী, কালিৰাম মেধি আদি প্ৰমুখ্যে ভাষাতত্ত্ববিদ্ সকলৰ অপ্ৰাণ চেষ্টাত অসমীয়া ভাষা সাহিত্যত চিৰদিনৰ কাৰণে সঞ্জীৱনী পালে।

সাহিত্যৰ ওপৰত যুগ প্ৰভাৱ নপৰিলে সেই সাহিত্যই আদৰ নাপাই। বৰ্ত্তমান যুগ বিপ্লৱৰ যুগ। এই যুগত মানুহে সকলো ফালৰ পৰা অৰ্থাৎ ৰাজনীতি, অৰ্থনীতি, যৌন সমস্যা আদি সকলোৱে মুক্তি বিচাৰে। গতিকে বৰ্ত্তমান আধুনিক যুগৰ আধুনিক জীৱনবোধ সমস্যাবহুল হৈ জটিল আৰু বেলেগ হৈ পৰিল। সেই কাৰণে সাহিত্যও জটিল হব লগাত পৰিল। সাহিত্য গতানুগতিক বস্তু নহয়। ই যুগৰ লগত খাপখুৱাই পাৰভাঙি আগবাঢ়ি আছে। তাহানিৰ সাধু-কথাই বৰ্ত্তমান যুগত মানুহক মুগ্ধ কৰিব নোৱাৰে। এতিয়া মানুহে সৌৰ জগতৰ প্ৰত্যেক গ্ৰহলৈ গৈ তাৰ বিষয়ে জানিবলৈ প্ৰয়াস কৰিছে। এতিয়া বিজ্ঞানৰ যুগ। গতিকে আধুনিক সাহিত্যৰ

ওপৰত বিজ্ঞানৰ প্ৰভাবো পৰিব লাগিব। দেশ বেলেগ হোৱাৰ দৰেই সাহিত্যও বেলেগ হৈ পৰে। ৰাজনীতি আৰু অৰ্থনীতি বৰ্ত্তমান সাহিত্যত অতি বেচি। কছ দেশৰ সাহিত্যত ৰাজনীতিৰ প্ৰভাব খুব বেচি। কুৰি শতিকাৰ যুগটোৰে ৰাজনীতি, অৰ্থনীতি, সামাজিক আদি সকলো বিষয়তে যুক্তি বিচাৰে। ব্যক্তিগত মুক্তি, জাতীয় মুক্তি, তথা দেশৰ মুক্তি বৰ্ত্তমান যুগৰ বিষয় বস্তু। কুৰি শতিকাৰ এই বিদ্ৰোহৰ ধ্বনিত প্ৰাণ আছে, শৃঙ্খলা আছে—। বৰ্ত্তমান যুগত সুকুমাৰ কলাৰ স্থানো সাহিত্যৰ অপৰিহাৰ্য্য বস্তু।

অসমীয়া সাম্প্ৰতিক সাহিত্যত বৰ্ত্তমান যুগৰ প্ৰভাৱে কেনেদৰে প্ৰাধান্যতা বিস্তাৰ কৰিছে তাক সহজেই অনুমান কৰিব পাৰি। ওপৰত কোৱাৰ দৰে সাহিত্যই যুগ প্ৰভাৱ মানি নোলোৱাকৈ থাকিব নোৱাৰে—যিহেতু সাহিত্যই সমাজৰ সমন্ধ এৰিব নোৱাৰে। অসমীয়া ভাষাত বৰ্ত্তমান চলিত ৰামধেনু, মণিদীপ, প্ৰতিনিধি, আৱাহন, মৌচুমী, অসমবাণী আদি আলোচনী কাকত সমূহে ইয়াৰ পৰিচয় দিয়ে সেই দৰে, নাটক, উপন্যাস গল্প ৰস ৰচনাত কবিতা আদি সকলোতে এই আধুনিক যুগৰ প্ৰভাৱ পৰিছে। অসমদেশৰ ভাষা-সমস্যা যেনে জটিল, সেইদৰে অসমীয়া সাহিত্যৰ বিষয় বস্তুও জটিল। এই জটিলতাৰ মাজেদিয়েই অসমীয়া সাহিত্যই যুগৰ জগত খাপ খুৱাই আগবাঢ়ি আহিব লগাত পৰিছে।



"আত্মাৰ লগে লগে যি যায়—সেয়েই সাহিত্য। সেই কাৰণে যেতিয়া সি অন্তৰৰ গভীৰতম্ স্তৰৰ পৰা বাহিৰলৈ আহে—তেতিয়া গোটেই জগতকে পবিত্ৰ কৰি তোলে।"

—বিনোৱা ভাৱে—

# ঃ সমাজ আৰু সংস্কৃতি ঃ

[ ১৯৬২ চনৰ ৰচনা প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰেৰে পুৰস্কৃত ]

শ্ৰীভৱ গোস্বামী
৪ৰ্থ বাৰ্ষিক ( কলা )

সমাজ আৰু সংস্কৃতিৰ সম্বন্ধ ওতঃপ্ৰোতঃ ভাৱে জড়িত। কিয়নো—মানৱ সমাজত সভ্যতাই বিকাশ লাভ কৰাৰ আগৰে পৰা নানা যুগৰ, নানা সমাজৰ, নানা আচাৰ-ব্যৱহাৰ, চলন-ফুৰণৰ আৱৰ্ত্তৰাত মানৱে সমাজত শান্তি আৰু শৃঙ্খলা স্থাপনৰ উদ্দেশ্যে যি সংস্কাৰ অভিলাষৰ অভিযান চলাই আহিছে তাতেই মানৱ সমাজৰ সংস্কৃতিয়ে স্বৰূপ প্ৰকাশ কৰি আহিছে। সংস্কাৰমুখী মানৱে অনাদি কালৰে পৰাই সমাজৰ ৰীতি-নীতিবোৰ সংস্কাৰ কৰি সংস্কৃতিৰ ভেঁটিটো সুদৃঢ় কৰি বন্ধাত সামৰ্থ্য যোগাই আহিছে। সেই বাবেই বোধকৰো আজি সংস্কৃতিৰ স্থিতি আত্ম সচেতন আৰু সজীৱ।

সমাজ কেনেকৈ সৃষ্টি হ'ল তাৰ প্ৰকৃত সন্ধান পোৱা টান। তথাপিতো—মানৱৰ মাজত স্বাৰ্থপৰতা, শান্তি প্ৰতিষ্ঠা আৰু আত্ম পৰিপুষ্টিৰ আকাঙ্ক্ষাই দেখা দিয়াৰ ফলতে সমাজৰ সৃষ্টি হ'ল বুলি অনুমান কৰিব পাৰি। বিখ্যাত দাৰ্শনিক এৰিষ্টটোলৰ মতে – যৌন কামনা আৰু অৰ্থনৈতিক সমস্যা—এই দুয়োটাই সমাজ সৃষ্টিৰ মূল কাৰণ। যৌন কামনাক চৰিতাৰ্থ কৰিবলৈ গৈ প্ৰথমতে পুৰুষ আৰু মহিলাৰ সমন্বয়ত পৰিয়ালৰ সৃষ্টি হ'ল—এই পৰিয়ালেই ক্ৰমবৰ্দ্ধমান গতিত পৰিশেষত গাওঁ আৰু সমাজৰ সৃষ্টি হ'ল বুলি ভাবিবৰো যথেষ্ট থল আছে। সেইদৰেই যেতিয়া অৰ্থনৈতিক ক্ষেত্ৰতো মানুহে অভাৱ অনুভৱ কৰিবলৈ ধৰিলে তেতিয়া পৰস্পৰে পৰস্পৰৰ সহায় লবলৈ বাধ্য হ'ল। ইজনে-সিজনৰ প্ৰতি কৰা এই সহায় সহানুভূতিৰ ভিত্তিতে সমাজৰ জন্ম হ'ল বুলি ভাবিবৰো যথেষ্ট কাৰণ দেখা যায়।

সি যিকি নহওক—মানুহ সমাজপ্ৰিয় (Man is a social animal)। সমাজক বাদ দি মানুহ মানুহ হিচাপে জীয়াই থাকিব নোৱাৰে। সমাজৰ লগত মানুহক মানুহ হিচাপে জীয়াই থাকিবৰ বাবে আন এটা বস্তুৰ অত্যন্ত আৱশ্যক —আৰু সেয়েই হ'ল—সংস্কৃতি। এখন সমাজৰ যি সংস্কাৰমুখী অভিযান সিয়েই হ'ল সেই সমাজ খনৰ সংস্কৃতি। আনহাতেদি—এই সংস্কৃতিয়েই হ'ল সমাজ খনৰ প্ৰাণ স্বৰূপ। এখন সমাজৰ সামাজিকতা বা এটা জাতিৰ জাতীয়তাৰ আত্মপ্ৰকাশ কৰে সেই জাতি বা সেইখন সমাজৰ সংস্কৃতিয়ে। কিন্তু এইখিনিতে প্ৰশ্ন জাগে—যে সাংস্কৃতি কি ?—সমাজৰ সংজ্ঞা যেনেকৈ একে-আষাৰতে দিয়াটো টান ঠিক সেইদৰেই সংস্কৃতিৰ ক্ষেত্ৰতো ইয়াৰ সংজ্ঞা একে-আষাৰতে দিবলৈ কিছু কঠীন। বিখ্যাত সমালোচক শ্ৰী কে, এম, মুন্সিৰ মতে 'সংস্কৃতি হৈছে মানুহৰ মাজৰ সংহতি স্থাপনৰ আটাইতকৈ ডাঙৰ শক্তি'।—সংস্কৃতিৰ

এই শক্তিক এটা জাতিৰ-ভাষা-সাহিত্য, সঙ্গীত-কলা নৃত্য-নাটক, দৰ্শন-বিজ্ঞান, সামাজিক, ৰাজনৈতিক আদৰ্শ আদিৰ শক্তিয়ে শক্তিয়ন্ত কৰি তোলে। এখন সমাজৰ বা এটা জাতিৰ কলা-কৃষ্টিকে কেন্দ্ৰ কৰি চলন-ফুৰণ, পিন্ধন-উৰণ, ভাস্কৰ্য্য-স্থাপত্য, চিত্ৰকলা আদি সকলোৱেই সেই জাতিটোৰ বা লোক সমষ্টিটোৰ সজীৱ সংস্কৃতি। গতিকে সংস্কৃতি হ'ল সমাজৰ প্ৰতিবিম্ব। যি খন সমাজৰ সংস্কৃতি সৌষ্ঠৱপূৰ্ণ সেই সমাজো সৌষ্ঠৱশালী। আনহাতেদি সংস্কৃতি বিকাশৰ প্ৰাণ কেন্দ্ৰ হ'ল সমাজ। সমাজক বাদ দি সংস্কৃতি আৰু সভ্যতা বিকাশ হব নোৱাৰে। গতিকে ইটোৰ লগত সিটোৰ সম্বন্ধ ওতঃপ্ৰোতঃ ভাৱে জড়িত।

সংস্কৃতিৰে অঙ্গৰূপ নৃত্য-গীত, নাটক-চিত্ৰ শিল্প-ভাস্কৰ্য্য আদিয়ে সমাজক সংস্কাৰ কৰি সৌন্দৰ্য্য-শালী কৰি তোলাত বিশেষ সহায় কৰে। নৃত্য-গীতে মানুহক আনন্দ দিয়াৰ বাহিৰেও বিভিন্ন সমাজৰ মানুহক একতাৰ এনাজৰীৰে বান্ধি ৰাখে। আদিম যুগৰ পৰাই পৃথিৱীৰ প্ৰায়বোৰ জাতিয়েই সমাজ সংস্কাৰৰ ক্ষেত্ৰত এই নৃত্য-গীত; নাটক আদিৰ আশ্ৰয় লৈ আহিছে। সেয়েহে আমাৰ অসমৰো শঙ্কৰদেৱ প্ৰাপ্ত হব খোজা সমাজ খনক সংস্কাৰ কৰি বিভিন্ন মতাৱলম্বীৰ মানুহৰ মাজত ঐক্যভাৱ সুমুৱাই দি সমাজখন সৌন্দৰ্য্যশালী কৰি তোলাত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱে নৃত্য-গীত, নাটক আদিৰ প্ৰচলন কৰিবলৈ বাধ্য হয়। সমাজ সংস্কাৰৰ অৰ্থে যি সংস্কৃতি গুৰু জনাই দি গ'ল সেই সংস্কৃতিৰ শক্তি আজিও আমাৰ মাজত বিৰাজমান। ইয়াৰ উপৰিও এটা জাতি জীয়াই থকাত ভাস্কৰ্য্য আৰু সুকুমাৰ কলাৰ মূলাও উল্লেখযোগ্য। সুকুমাৰ কলাৰ ভিতৰত চিত্ৰ শিল্পই বেচি স্থায়ী। উত্তৰ ভাৰতৰ যি ভাস্কৰ্য্য শিল্প সি দক্ষিণ ভাৰতৰ ভাস্কৰ্য্যৰ লগত নিমিলে। প্ৰত্যেকেই নিজৰ নিজৰ অতীত ভাস্কৰ্য্য শিল্পক লৈ গৌৰৱ কৰে।

সমাজ গঠন আৰু সংস্কাৰৰ ক্ষেত্ৰত ভাষা-সাহিত্য, দৰ্শন আদিৰ প্ৰভাৱ বিশেষ উল্লেখ যোগ্য। সাহিত্য হ'ল—"সমাজৰ দাপোণ"। সমাজৰ প্ৰতিটো কথাকে ভাষা সাহিত্যৰ মাধ্যমেৰে প্ৰকাশ কৰি বিশ্ব বাসীৰ আগত আত্ম প্ৰকাশ কৰাত সাহিত্যই একমাত্ৰ শক্তিশালী বাহন। সাহিত্য কেৱল সমাজ সংস্কাৰকেই নহয় ই সমাজ সংগঠকো। এটা জাতি বা এখন সমাজ গঠনৰ ক্ষেত্ৰত সাহিত্যৰ বৰঙণিয়েই আটাইতকৈ বেচি। আজি ইংৰাজ জাতিয়ে বিশ্বদৰবাৰত সুখ্যাতি অৰ্জ্জন কৰাৰ মূলতে কি?—একমাত্ৰ ইংলিচ সাহিত্য। সেইদৰেই ৰুচ সাহিত্যই ৰুচ জাতিটোক এটা শক্তিশালী জাতি হিচাবে গঢ়ি তুলিলে। কালৰ সোঁতে নৃত্য-গীত আদিক উটুৱাই নিয়াটো সম্ভৱ হলেও সাহিত্যৰ ক্ষেত্ৰত ই সম্ভৱ নহয়। সাহিত্য এটা যুগৰ স্থায়ী বস্তু। কালৰ সোঁতত সাহিত্যৰ মৃত্যু হব নোৱাৰে—বৰং এই সাহিত্যক পৰৱৰ্ত্তী যুগে আহ্বানহে জনায়। সেয়েহে অতীতৰ সাহিত্যক আজি উদ্ধাৰ কৰিবৰ বাবে মানুহে যত্নৰ ত্ৰুটি কৰা নাই। বৈষ্ণৱ সাহিত্য পাঁচ-শ বছৰীয়া পুৰণি হব পাৰে, কিন্তু তাৰ শক্তি আজিও আমাৰ মাজত বিদ্যমান।

ভাষা-সাহিত্য, দৰ্শন-বিজ্ঞান আদিৰ উপৰিও সংস্কৃতিৰ খৰসোঁতত সৃষ্টি হোৱা বোলছবিৰ

শক্তিয়ে আজি বিশ্বৰ জাতি সমূহৰ মাজত একতা ভাব আনি দিছে। বিভিন্ন সমাজৰ সংস্কৃতি আজি বোলছবিৰ সহায়ত আমি ইয়াৰ পৰাই উপলব্ধি কৰিব পাৰিছো। এখন সমাজৰ সংস্কৃতিৰ লগত আন এখন সমাজৰ সংস্কৃতি তুলনা মূলক ভাবে চাবলৈ আমাক বোল-ছবিয়ে সুযোগ দিছে। কলা-কৃষ্টি, ভাষা-সাহিত্যৰ দৰে বোল-ছবিয়েও বিভিন্ন সমাজৰ সংস্কৃতিক সবল কৰি তোলাত যথেষ্ট সহায় কৰিছে। বিভিন্ন সমাজৰ সংস্কৃতিৰ ওপৰত বিভিন্ন সমাজৰ সংস্কৃতিৰ প্ৰভাৱ পৰা ইও এটা প্ৰধান কাৰণ।

সংস্কৃতিৰ মুখ্য উদ্দেশ্য হৈছে সৌন্দৰ্য্যক উপাসনা কৰা। সমাজৰ কুৰূপ আতৰাই সৌন্দৰ্য্য-শালী কৰি তোলাত সংস্কৃতিয়ে ইন্ধন যোগায়। সৌন্দৰ্য্য হ'ল সমাজ আত্মাৰ প্ৰতিবিম্ব। এখন সমাজৰ বাহিৰ ধুনীয়া ৰূপটো—প্ৰকৃত সৌন্দৰ্য্য নহবও পাৰে—যদিহে সেই সমাজৰ আত্মা স্বৰূপ কলা-কৃষ্টি, ভাষা-সাহিত্য, নৃত্য-সঙ্গীত ইত্যাদিত সৌন্দৰ্য্য দেখা পোৱা নাযায়। এগৰাকী তিৰোতা দেখাত ধুনীয়া হলেই যে সুন্দৰ হব লাগিব এনে নহয়—দেখাত কুৰূপা হলেও যদি অন্তৰ সুন্দৰ তেনে সেইখন মুখহে প্ৰকৃত সুন্দৰ মুখ। উদাহৰণ লাগিলে আমি চক্ৰেটিচৰ কথাকে চাব পাৰো। চক্ৰেটিচক সত্যপৰায়ণতা আৰু সৌন্দৰ্য্যৰ প্ৰতীক বুলি সকলোৱে স্বীকাৰ কৰে—অথচ সেই চক্ৰেটিচৰ শৰীৰৰ গঠন গ্ৰীচৰ আটাইতকৈ কুৎচ আছিল।—গতিকে সমাজ সুন্দৰ হব লাগিলে তাক সেই সমাজৰ সংস্কৃতিয়ে সৌন্দৰ্য্যশালী কৰি তুলিব লাগিব।

সমাজ সংস্কাৰ কৰিবৰ কাৰণে সমাজত সভ্যতা আৰু সংস্কৃতিৰ বিকাশ সাধন এই দুয়োটা কথাৰ প্ৰতি লক্ষ ৰখাৰ আৱশ্যক। সমাজ সংস্কৃতি আৰু সভ্যতাৰ সমন্ধ ওতঃপ্ৰোতঃ ভাবে জড়িত। এটাক এৰি আন এটা জীয়াই থাকিব নোৱাৰে। সেয়েহলেও সমাজ-সংস্কৃতি আৰু সভ্যতা প্ৰত্যেকটোৱেই একোটা সম্পূৰ্ণ স্বকীয়া বস্তু। সভ্যতা হৈছে এখন সমাজৰ কোনো সামাজিক বা ৰাজনৈতিক সু-ব্যৱস্থা। আন-হাতেদি সংস্কৃতি হ'ল সমাজৰ বা জাতিৰ জীৱন প্ৰতিভা। সংস্কৃতিৰ ফালটো নোচোৱাকৈ ৰাজ-নৈতিক বা সামাজিকতাৰ ফালৰ পৰা বিচাৰ কৰি এখন সমাজক কেতিয়াবা হয়তো সভ্য বুলি কব পাৰি; কিন্তু সেই সমাজ খনৰ সংস্কৃতিৰ মাপ-কাঠি নিৰ্ণয় কৰিবলৈ হলে—তাৰ ভাষা সাহিত্য, নৃত্য-গীত, সঙ্গীত-নাটক, শিল্পকলা সুকুমাৰ কলা আদি সকলোৰে প্ৰতিভাৰ প্ৰতি লক্ষ কৰিব লাগিব। গতিকে সমাজ গঠন বা এটা জাতি গঠনৰ ক্ষেত্ৰত সংস্কৃতিৰ মূল্যই আটাইতকৈ বেচি। সমাজ আৰু সভ্যতাই এটা জাতিক সম্পূৰ্ণ ৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰে। সভ্যতাই সমাজত শৃঙ্খলা ৰক্ষা কৰি সংস্কৃতি বিকাশ হোৱাত সহায়তা কৰে। কিন্তু সংস্কৃতিয়ে সমাজ আৰু সভ্যতা প্ৰতিষ্ঠা কৰাত সহায়তা কৰে।

সমাজ পৰিবৰ্ত্তনশীল। যেহেতু সমাজৰ লগত সংস্কৃতিৰ নিবিড় সমন্ধ গতিকে পৰিবৰ্ত্তনশীল সমাজৰ লগে লগে সংস্কৃতিৰ পৰিবৰ্ত্তনো স্বাভাবিক। ক্ৰমবৰ্দ্ধমান গতিত সমাজে পুৰণি ৰূপ সলনি কৰি নতুন ৰূপত আগ বাঢ়িব লাগিছে। এই ক্ৰমবৰ্দ্ধমান শক্তিয়েই সংস্কৃতিৰো প্ৰাণ শক্তি। নতুন সমাজৰ লগত খাপ খাব পৰাকৈ সংস্কৃতিয়ে

বৰ্ত্তমান ৰূপত সাজি-কাচি ওলাইছে। কিন্তু সেই বুলি সংস্কৃতিয়ে তাৰ পুৰণা জুঁকাটো এৰি দিব নোৱাৰে। ভাৰতীয় ঐতিহ্য সংস্কৃতি কালৰ সোঁতত পৰি নষ্ট হৈছিল সঁচা—কিন্তু সি নিঃচিহ্ন হৈ যোৱা নাছিল। ভাৰতৰ আৰ্য্য সভ্যতাৰ আগৰে মহেঞ্জোদাৰো আৰু হৰপ্পাৰ সংস্কৃতিয়েই পিছৰ যুগৰ আৰ্য্য সকলৰ ভেঁটি স্বৰূপ। এই অতীত ভেঁটিকে আশ্ৰয় কৰি আৰ্য্য সকলে নতুন সাংস্কৃতিক জীৱন গঢ়ি তুলিছিল।

ঠাই বিশেষে ভিন্ ভিন্ সংস্কৃতি গঢ়ি উঠিলেও সংস্কৃতিৰ যি মহৎ উদ্দেশ্য সি সকলোতে একে। ভাৰতৰ ভিন্ ভিন্ ঠাই সমূহত চলন-ফুৰণ, আচাৰ-নীতিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা সাংস্কৃতি ভিন্ন হলেও সংস্কৃতিৰ মূল উদ্দেশ্য একে। ভাৰতীয় সংস্কৃতিয়ে মানৱ মনৰ উৎকৰ্ষ সাধন কৰাত ইন্ধন যোগাইছে। সেইদৰেই বিশ্বৰ আন আন ঠাই সমূহতো বিজ্ঞান আৰু সভ্যতাৰ জখলাত সমাজ অগ্ৰসৰ হোৱাত সংস্কৃতিয়ে বেলেগ ৰূপ ধাৰণ কৰিলেও ইয়াৰ অস্তিত্বক মৃত্যু ঘটাব পৰা নাই—বৰং ইয়াৰ উদ্দেশ্য মহতৰ পৰা মহত্তলৈ ধাৱমান হৈছে।

বিজ্ঞানৰ অভূতপূৰ্ব্ব শক্তিৰ ফলত ক্ৰম-বৰ্দ্ধমান গতিত ভৌতিক বিকাশ হব লাগিছে। আমেৰিকা, ৰাছিয়া আদি শক্তিশালী দেশ সমূহে ভৌতিক বিকাশৰ ক্ষেত্ৰত বেচি মনোনিবেশ কৰা দেখা গৈছে। কিন্তু সমাজ সংস্কাৰৰ ক্ষেত্ৰত কেৱল ভৌতিক বিকাশেই যথেষ্ট নহয়। ভৌতিক বিকাশৰ লগে লগে আধ্যাত্মিক বিকাশ সাধন হলেহে পৃথিৱীত শান্তি প্ৰতিষ্ঠাৰ যি সপোন তাক বাস্তৱত ৰূপ দিব পৰা হব। বিজ্ঞানৰ শক্তি যিমান শক্তিশালী নহওক ধৰ্ম্মক বাদ দি সমাজ জীয়াই থাকিব নোৱাৰে। গতিকে সমাজক জীয়াই ৰাখিবৰ কাৰণে তাৰ ভাষা-সাহিত্য, কলা-কৃষ্টি আদি সংস্কৃতিৰ বিকাশ সাধন কৰিবই লাগিব।

এতিয়া দেখা গ'ল যে সমাজ আৰু সংস্কৃতিক বাদ দি মানৱ জীৱন তিষ্ঠি থাকিব নোৱাৰে। মানুহক মানুহ হিচাবে জীয়াই থাকিবলৈ—সংস্কৃতি আৰু সমাজে যথেষ্ট ৰবঙনি যোগাইছে। কিন্তু সমাজ আৰু সংস্কৃতিৰ ভিতৰত সংস্কৃতিৰ মূল্য সমাজতকৈ বেচি। সংস্কৃতিয়ে মানুহক জীয়াই থাকিবলৈ শক্তি দিয়াৰ লগতে সমাজকো সজীৱ কৰি তোলে। বিশ্ব-ভ্ৰাতৃত্ব ভাব সমাজত প্ৰতিষ্ঠিত হোৱাৰ মূলতে—সংস্কৃতি। একতাৰ ডোলেৰে বিশ্ব-বাসীক বান্ধি ইখন দেশৰ প্ৰতি সিখন দেশৰ স্নেহ আৰু মমতা অটুট ৰখাত সংস্কৃতিৰে অন্য ৰূপ ভাষা-সাহিত্য, নাটক-সঙ্গীত আদি এক শক্তিশালী মাধ্যম গতিকে সৌষ্ঠৱপূৰ্ণ সমাজ প্ৰতিষ্ঠা কৰিবৰ বাবে আমি আমাৰ সংস্কৃতিৰ পূৰ্ণ বিকাশ ঘটাব লাগিব। দীতি কাষৰীয়া জাতিৰ সংস্কৃতিৰ পৰা কিছু সাৰ অংশ আনি আমাৰ নিজৰ সংস্কৃতিক সবল কৰি তুলিব নোৱাৰিলে সৌষ্ঠৱশালী সমাজ কামনা কৰা বৃথা। সুখৰ বিষয় যে আমাৰ চৰকাৰে আজি দুবছৰ মানৰ পৰা সঙ্গীত, নৃত্য আৰু নাটকৰ আন্তঃৰাজ্যিক সাংস্কৃতিক বিনিময়ৰ আয়োজন কৰিছে। সংস্কৃতিৰ প্ৰসাৰতাৰ ক্ষেত্ৰত এনে ব্যৱস্থাই সু-ফল দিব পাৰিব বুলি আমাৰ বিশ্বাস।

# “আধুনিক বিজ্ঞান আৰু মানৱ জাতিৰ ভৱিষ্যত”

[ ১৯৬১ চনৰ ৰচনা প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰেৰে পুৰস্কৃত ]

শ্ৰীলক্ষ্মীনাৰায়ণ আগৰৱালা
৬ৰ্থ বাৰ্ষিক ( বাণিজ্য )

## বিজ্ঞানৰ বিচিত্ৰতা –

বিশ্ব সভ্যতাৰ আহ্বানত মহতো মহীয়ান সৰ্ব্বশক্তিমান বিজ্ঞান সদায়েই বিদ্যমান হৈ থাকে। ‘স্থবিৰতাই মৃত্যু, গতিশীলেই জীৱন’—এই সূত্ৰটো বিজ্ঞানৰ মূলমন্ত্ৰ। কল্পনাৰ কুঁৱলীৰ মাজত বিজ্ঞানে বিচৰণ নকৰে, ধৰ্ম্ম বা বেদৰ চিৰন্তন ৰীতিৰ মাজত বিজ্ঞান পঙ্গু হৈ যাবলৈ নিবিচাৰে। পুৰোহিত বা ধৰ্ম্ম যাজক সকলে মানুহক দেখুৱাই দিয়া সহজ পথৰ কৃত্ৰিম পন্থাবিলাক বিজ্ঞানে শ্ৰদ্ধা নকৰে। ৰহস্যৰ কুঁৱলীৰ অন্তৰালত চিৰকাল লুকাই থকা গোপন সত্য বিলাক বুটলি লৈ তাক পুঙ্খানুপুঙ্খ ৰূপে বিচাৰ কৰি সূক্ষ্মাতিসূক্ষ্ম ৰহস্য উদ্ঘাটন কৰি বিজ্ঞানে কেৱল মানৱ সভ্যতাৰ জয় যাত্ৰা পথত ইন্ধন যোগাই আহিছে। মানুহে যুগে যুগে যিবিলাকৰ অভাৱ অভিযোগ অনুভৱ কৰি আহিছে বিজ্ঞানেও যুগে যুগে সেই সকলো অভাৱ-অভিযোগ অনুভৱ কৰি সকলো অভাৱ-অভিযোগ দূৰীভূত কৰি মানুহক সভ্যতাৰ ক্ৰমবিকাশৰ পথত আগবাঢ়িবলৈ উদ্গনি দি আহিছে। ধৰ্ম্ম পন্থীয়ে নিজ বিশ্বাসেৰে যি ধাৰণা কৰে তাক শ্ৰদ্ধা কৰিব নোৱাৰিলেও, বা দাৰ্শনিকে নিজ যুক্তি অনুমানেৰে যি সিদ্ধান্তত উপনীত হয় তাক সঁচা বুলি মানি লব নোৱাৰিলেও —বিজ্ঞানে কিন্তু তিল তিলকৈ পৰীক্ষা কৰি ফঁহিয়াই দেখুৱা সত্যবিলাক শ্ৰদ্ধা বা বিশ্বাস নকৰি নোৱাৰি। বিজ্ঞান বিশ্ব-সভ্যতাৰ অব্যৰ্থ যাদুমন্ত্ৰ আৰু ইয়াৰ অবিহনে বিশ্ব-সভ্যতা অঙ্গ-হুৰী ৰোগীৰ দৰে অকা-মিলা।

বিজ্ঞানে যি কামকে হাতত লয়, যি বিষয়ে সাধনা কৰে সি পৰিসমাপ্তি নহয় মানে তাৰ চেষ্টা আৰু সাধনা দ্ৰুত গতিৰে চলি থাকে। যুগে যুগে বিজ্ঞানৰ নব-নব আৱিষ্কাৰে বিশ্বক চমক্ খুৱাই আহিছে। মানৱৰ আদিম পুৰুষ ‘আদামে’ এদিন ‘ইভক’ নাঙঠ অৱস্থাত সন্মুখেদি দৌৰি যোৱা দেখি যি মনোলোভা সৌন্দৰ্য্যৰ সন্ধান পালে, তাক সুৰক্ষিত কৰি ৰাখিবৰ কাৰণে নিজে বহি থকা শিলচটাত এডাল আঁচ টানিছিল। আৰু এই আঁচ ডালেই চিত্ৰাঙ্কন শিল্প আৰু ভাস্কৰ শিল্পৰ জন্ম দিলে। মানৱ সভ্যতাৰ ক্ৰম বিকাশৰ লগে লগে শিল্পীয়ে শিলত হাতুৰি মাৰি মানৱ অভিমানৱৰ প্ৰতিকৃতি বাহিৰ কৰিবলৈ ধৰিলে, চিত্ৰ শিল্পীয়ে তুলিকাৰে নিজৰ সপোনক ৰূপ দিবলৈ ধৰিলে।

কিন্তু সকলো মানুহ শিল্পী হব নোৱাৰে। যি সকলে শিল্পী হবলৈ নিশিকিলে অথচ নিজৰ বা আনৰ প্ৰতিকৃতি বা প্ৰতিচ্ছবি সুৰক্ষিত কৰিবলৈ প্ৰয়াস থাকিল, সেই সকলে কি কৰিব? এই বিৰাট সমস্যাটো সমাধান কৰিবৰ কাৰণে বিজ্ঞান ওলাই আহিল। ফলস্ত কেমেৰা আবিষ্কাৰ কৰি অতি কম সময়ৰ ভিতৰতে এজনৰ হুবহু প্ৰতিচ্ছবি তুলি পেলাব পৰা কৰিলে। কিন্তু অলৰ-অচৰ একোটা প্ৰতিচ্ছবিও জীৱন্ত মানুহ স্বৰূপ বিজ্ঞানে বিচাৰি নেপায়—পাৰ শিল্পীয়ে। সেই কাৰণেই বিজ্ঞানে জিলমান ছবি তোলাৰ ব্যৱস্থা কৰিবৰ কাৰণে চেষ্টা চলালে। সেই চেষ্টাৰ ফলতেই চলন্ত ছবিৰ ( Moving picture ) সৃষ্টি হ'ল। মাতবোল কৰিব নোৱাৰা জিলমানজীৱন্ত ছবিৰ খেলা ধুপাত বিজ্ঞানে একো তৃপ্তি নেপালে, পালে মাথোন আমনি। গতিকে তাক স্বাভাৱিক ৰূপ দিবলৈ গৈয়েই বিজ্ঞানে আবিষ্কাৰ কৰি পেলালে বিশ্ব-জনীন চিনেমাটোগ্ৰাফ (Cinematograph)। বৰ্ত্তমান কথা-ছবি সুকুমাৰ কলা সৌন্দৰ্য্যৰ স্থলি, নতুন আৰু পোহৰৰ তুলাৰী। বৰ্তমানৰ কথাছবিয়ে বিশ্ববাসীৰ পৰা যি পৰিমানে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছে, বিজ্ঞানৰ অন্যান্য আবিষ্কাৰে সেই পৰিমানে শ্ৰদ্ধা আকৰ্ষণ কৰিব পৰা নাই। বিজ্ঞানৰ অন্যান্য আবিষ্কাৰো বিশ্ব সভ্যতাৰ প্ৰয়োজনীয় আছিল। জন প্ৰিয়-তাই কোনো এটা বস্তুৰ বৈশিষ্ট্যৰ ওজন নহয়। অধ্যাপক জ'দে ( Jod ) কৈছে— "We can talk across contents and across telegraph pictures, install televasion sets in the home, listen in Delhi to Big Ben Striking in London, ride above and beneath the earth and the sea, Children can talk along wires, type writers are silent, teeth filling is painless, liners have swimming bath, crops are ripened electrically, roads are made of rubber, X rays are the windows though which we behold inside, Photography, speak and sing, murderers are tracked down by wireless hair is waived by electric current, submerines go to North Pole, aeroplane to the South"

**আধুনিক বিজ্ঞানৰ অনুৰম আৰু মানৱ ভৱিষ্যত :—**

এই বিলাক বাদ দিও বুলি শক্তিকাৰ সৰ্ব্বোৎকৃষ্টতম বিস্ময়কৰ বিজ্ঞানৰ আবিষ্কাৰ 'আনবিক বোমাই' বিশ্ববাসীক আতঙ্কিত কৰি তুলিছে। প্ৰাচীন যুগত জুইৰ আৱিষ্কাৰ কৰি মানৱ সমাজ মানৱৰ ভাবী সভ্যতাৰ পথত যি দৰে বহুদূৰ আগ বাঢ়ি আছিল, সেইদৰে বৰ্ত্তমান যুগৰ বিজ্ঞা-নৰ আনবিক শক্তিৰ উন্মোচনতে অদূৰ ভৱিষ্যতৰ মানৱ সভ্যতাৰ ধাৰা পৰিবৰ্ত্তন কৰি অচিন্তনীয় সফলতাৰ মাজত মানৱ সভ্যতাক সাৰ্থক কৰি তুলিব।

১৯৪৫ চনত হিৰোচিমা আৰু নাগাচাকি নগৰত হোৱা পৰমানবিক বোমাৰ বিস্ফোৰণে নাটকীয় ভাৱে দ্বিতীয় মহাযুদ্ধৰ সামৰণি ঘটালে। বিশ্ব বাসীয়ে শান্তিৰ নিশ্বাস পেলালে। কিন্তু চিন্তানায়ক আৰু বৈজ্ঞানিক সকলৰ কাৰণে পৰমানৱীক বোমাৰ বিস্ফোৰণে মহা যুদ্ধৰ নাটকীয় সামৰণি ধ্বনি কৰাতকৈ প্ৰচুৰ সম্ভাবনাপূৰ্ণ এক

নতুন যুগৰ ঘোষণা কৰিলে। আজি তেওঁলোকে এই নতুন পৰমাণু যুগৰ পোহৰ বিৰিকি বিৰিকি দেখিবলৈ পাইছে। কাৰণ বৈজ্ঞানিক সকলে শিকি ললে এই সুপ্ত শক্তিক ব্যৱহাৰ কৰিব পৰা কৌশল। কঠিন যন্ত্ৰৰ সহায়ত পৰমাণুক ভাঙি এনে এবিধ শক্তি উলিয়াবলৈ বৈজ্ঞানিক সকলে সমৰ্থ হৈছে যে সম্ভৱত এই শক্তিয়েই সমগ্ৰ পৃথিৱীৰ অৱস্থাকে পৰিবৰ্ত্তন কৰি দিব পাৰে।

পৰমাণু ( Atom ) আকাৰ বা আয়তনত অতি ক্ষুদ্ৰ হলেও ইয়াৰ শক্তি অসীম। কেইবা হাজাৰ নিযুত পৰমাণু একেলগ কৰিলেহে খালি চকুৰে নিৰীক্ষণ কৰিব পাৰি। কিন্তু ভাবিলে আচৰিত হব লাগে যে ৪০ নিযুত পাউণ্ড কয়লাই উৎপন্ন কৰিব পৰা শক্তি পোৱা যাব কেৱল ১৫ পাউণ্ড ওজনৰ ঘন পৰমাণু ইন্ধনৰ ( Atome-fuel ) পৰাই।

শস্য শ্যামলা পৃথিৱীক এই শক্তিয়ে মৰুভূমিত পৰিণত কৰিব পাৰে, আনহাতে মৰুভূমিক পৰিণত কৰিব পাৰে সেউজীয়া উদ্যানলৈ; ই এখন বিৰাট চহৰক ধূলিস্যাত কৰিব পাৰে, আনহাতে আৱশ্যকীয় বিজুলী পোহৰ আদিৰো যোগান ধৰিব পাৰে। ই এটা কেচুৱাক বিকলাঙ্গ কৰিব পাৰে, আনহাতে চিৰৰুগীয়াক নতুন জীৱন দান কৰিব পাৰে।

এনে এক অসীম শক্তিৰ ব্যৱহাৰ নিৰ্ভৰ কৰিছে পৃথিৱীৰ জাতি সমূহৰ মাজত। কিন্তু অতি পৰিতাপৰ কথা যে, পৰমানৱিক শক্তি উৎপাদনত বিৰাট সাফল্য লাভ কৰা দেশ— ৰাছিয়া আৰু আমেৰিকাই সেই শক্তি মানৱৰ কল্যাণতকৈ বিশ্বৰ ধ্বংসৰ কাৰণে ব্যৱহাৰোপযোগী কৰি তুলিছে। ইয়াৰ কাৰণ হল দুয়ো দেশৰ মাজৰ বিভেদ আৰু অবিশ্বাস। ইখনলৈ সিখনৰ ভয়, ইটো জাতিয়ে সিটো জাতিক মাৰি জীয়াই থাকিবৰ কাৰণে ইটোৱে সিটোতকৈ বেচি ভয়ঙ্কৰ মৰণাস্ত্ৰ উলিয়াইছে। এইদৰে পৰমানৱিক শক্তিক বিশ্ব ধ্বংসৰ বেচি উপযোগী কৰিবৰ অবিৰাম আগ্ৰহ হৈছে। ইজাতিয়ে সিজাতিৰ প্ৰতি সন্দেহ ভাৱ ত্যাগ কৰি পৰস্পৰৰ মাজত বুজা পৰা কৰি সুপৰিকল্পিত ভাবে কাম কৰিবলৈ পৃথিৱীৰ দেশ সমূহ আগ বাঢ়ি আহিব জানো? সাধাৰণ মানুহৰ কল্পনা শক্তিক চেৰাই গৈ পৰমাণু শক্তিৰ উন্নতি সধা বৈজ্ঞানিক সকলেই এই শক্তিক মানুহৰ হিতাৰ্থে ব্যৱহাৰোপযোগী কৰিবলৈ চেষ্টা কৰিছে। আৰু ইয়াৰ সুফল আশা কৰিবলৈ হলে প্ৰত্যেক জাতিয়েই শান্তি মন্ত্ৰত দীক্ষিত হৈ মহামানৱৰ কল্যাণ ব্ৰতত ব্ৰতী হৈ পৃথিৱীক ধ্বংসৰ পৰা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিব লাগিব। ব্যয় অত্যাধিক হোৱাৰ কাৰণে সক অঞ্চলত আৰু দুখীয়া ৰাষ্ট্ৰবিলাকে গাইগুটীয়া হিচাবে ইয়াৰ গৱেষণা কাৰ্য্য কৰিবলৈ অক্ষম হব। জাতি সংঘৰ জৰীয়তে এক আন্তঃৰাষ্ট্ৰীয় কমিচনৰ তলত এনে গৱেষণা কাৰ্য্য ফলৱতী হব বুলি সকলোৱে মত প্ৰকাশ কৰে। এনে এটা প্ৰচণ্ড শক্তিৰ গৱেষণা অতি আৱশ্যক হৈ পৰিছে; কাৰণ ভৱিষ্যত মানৱে হয়তো এদিন তাৰ পৰিবেষ্টনিক জয় কৰি মানুহ হিচাপে জীয়াই থাকিবৰ কাৰণে পৰমাণুৰ বাহিৰে অন্য আহিলা আৰু বিচাৰি নেপাব।

পৰমাণু শক্তিৰ ধ্বংস লীলাৰ কথা ভাবি ৰাজনীতিবিদ সকলৰ মূৰতো এক গধুৰ দায়িত্ব আহি পৰিছে। এই খিনিতেই চিন্তা কৰি চাবৰ হল যে মানৱ সভ্যতা চিৰদিনৰ কাৰণে বিলোপ হৈ যাবনে—ক্ৰমশঃ নতুন ৰূপ লব। এই চিন্তা ধা মীমাংসা যদি এতিয়াই বিশ্বত সকলো জাতিয়ে লগ লাগি কৰি নলয় তেনেহলে আমাৰ চালুকীয়া ৰাষ্ট্ৰ ভাৰতৰ নিচিনা শান্তিপ্ৰিয় জাতি বিলাকে পৃথিৱীত শান্তি স্থাপনৰ কাৰণে যিমানেই কি চেষ্টা নকৰক সকলো অথলে যাব।

গত মহাযুদ্ধত যেতিয়া জাপানৰ হিৰোচিমা আৰু নাগাচাকি নগৰত প্ৰথম এই আনবিক বোমা নিক্ষেপ কৰা হয় তেতিয়াই গোটেই বিশ্ববাসী আনবিক বোমাৰ ধ্বংসলীলা দেখি বিস্ময়ত স্তব্ধ হৈ গ'ল। এটি মাত্ৰ আনবিক বোমা নিক্ষেপ কৰিয়েই তুখন জনবহুল নগৰ ধ্বংস কৰি পেলালে। আনবিক বোমাৰ ধ্বংসকাৰী ও নিদাৰুণ শক্তিৰ আগত জাপানৰ সমস্ত শক্তি অচল হৈ পৰিল। বৰ্ত্তমান আনবিক বোমা আমেৰিকাৰ হস্তগত আৰু তাতেই আনবিক শক্তিৰ নানাবিধ গবেষণা ও পৰীক্ষা কাৰ্য্য চলিব ধৰিছে। লগে লগে আন এবিধ ভয়াবহ মৰণাস্ত্ৰ উদজান বোমাৰ ( Hydrojen Bomb ) গবেষণা আৰু পৰীক্ষা কাৰ্য্য আমেৰিকাত চলিব ধৰিছে।

### পৰমাণু পৰীক্ষাৰ প্ৰতিযোগিতা

আমেৰিকাই আজিলৈকে ১৫৯ পৰমাণু পৰীক্ষা কৰিছে আৰু ইয়েই গৰিষ্ঠতম। আমেৰিকাৰ প্ৰথম পৰীক্ষণেই হ'ল হিৰোচিমা আৰু নাগাচাকি। ৰুছিয়াই ১৯৪৯ চনত প্ৰথম নিজৰ পৰমাণু বোমা পৰীক্ষণ কৰে। তাৰ পিচত আমেৰিকাই প্ৰথম উদজান বোমা ১৯৫১ চনত পৰীক্ষণ কৰে। ইয়াৰ শক্তি আছিল পাঁচ মেগাটন বা ৫০ লগটন। পৰমাণুত তৃতীয় স্থান বৃটেনৰ আৰু চতুৰ্থ স্থান ফ্ৰান্সৰ। লাহে লাহে প্ৰতিযোগিতাৰ ক্ষেত্ৰ বহু পৰিমাণে বহল হৈ আহিল আৰু ইটোৱে সিটোতকৈ শক্তিশালী শক্তি তৈয়াৰ কৰাত নিয়োগ হৈ পৰিল।

সকলো পৰমাণু পৰীক্ষণৰ মাই কাৰণ হ'ল উদজান অস্ত্ৰত নতুন ৰূপ দিয়া, বোমাৰ ডিজাইন সৰুতকৈ সৰু কৰাত সফলতা প্ৰাপ্ত কৰা আৰু সেই অস্ত্ৰক অন্যৰূপে ব্যৱহাৰ কৰা।

আমেৰিকাৰ ওচৰতে আটাইতকৈ বেচি অনুশক্তি আছে বুলি কব পাৰি। বহুবিধ আনবিক অস্ত্ৰৰ বাহিৰেও ৰকেট, টাৰপীডো, আৰু মলডুবী বা চাবমেৰীণ, বিধ্বংসক, হাৱাই প্ৰক্ষেপনাস্ত্ৰ আছে। আমেৰিকাৰ সৈন্যৰ ওচৰতো নগৰ ধ্বংস কৰিব পৰা বম, ৮ ইঞ্চি হোৱিটজাৰ বম, ৰকেটৰ দ্বাৰা এৰা লঘু অস্ত্ৰ— ( যি তলত থৈ থকা বিমানাদিক নষ্ট কৰিব পাৰে ) —আছে।

ৰুছিয়াৰ প্ৰগতিলৈ চালে আমেৰিকা যেন পিচ পৰি যাব এনে লাগে। আমেৰিকাই ১৯৫২ ত ১ কিলোটন ( ১০০ টন ) ৰ পৰা ২০ মেগাটন ( ২ কোটি টন ) লৈকে বিস্ফোট তৈয়াৰ কৰিছিল। কিন্তু ৰুছিয়াই ১০০ মেগাটনৰ বম তৈয়াৰ কৰিব ধৰিছে যাৰ তাৎপৰ্য্য হ'ব দহ কোটি নাইবা আঢ়ৈ হেজাৰ লাখ মোন বাৰুদ শক্তিৰ বিস্ফোৰণৰ নিৰ্ম্মাণ। হিৰোচিমাৰ বোম আছিল ১ মেগাটনৰ ১/২। তাৰদ্বাৰা হৈছিল ৭৮ হেজাৰ মানুহৰ প্ৰাণ হানি।

ইমান ডাঙৰ বোমা পেলাবলৈও বহুত ডাঙৰ অস্ত্ৰৰ দৰকাৰ। উদজান বোমাৰ কাৰণে ৰকেট নাইবা প্ৰক্ষেপণাস্ত্ৰৰ আৱশ্যক। আগৰ যেনেকৈ হিৰোচিমাত জাহাজেৰে বম পেলোৱা হৈছিল সেই দিন আজি উকলি গ'ল। এতিয়া ৰকেট আৰু প্ৰক্ষেপণাস্ত্ৰৰ দ্বাৰা ঘৰত বহিয়েই হেজাৰ মাইল দূৰত বম পেলাব পাৰি। কিন্তু আজিৰ শক্তিশালী বম পেলাবলৈ শক্তিশালী অস্ত্ৰৰ আৱশ্যক। যদি বিশ মেগাটনৰ বম বিস্ফোৰণ পৃথিৱীত আঠ হাজাৰ ফুট ওপৰৰ পৰা হয় তেনেহলে ১০০ বৰ্গমাইল ক্ষেত্ৰত সকলো ধিনি নষ্ট হৈ যাব, ১০০০ মাইল ক্ষেত্ৰত আংশিক হানি আৰু ২০০ বৰ্গ মাইলত জীৱন হানি আৰু বিনাশ হব।

শেষত এটি প্ৰশ্ন উঠে যে এই প্ৰতিযোগিতা সমাধা হ'ব কেতিয়া? প্ৰথমতে হিৰোচিমা আৰু নাগাচাকিত বোমা পেলোৱা হল, তাৰ পিচত অণু আৰু পৰমাণুতকৈও ভয়ানক উদজান বোমা তৈয়াৰ কৰা হল আৰু এতিয়া নিউট্ৰন বোমাৰ কল্পনা চলিছে। কিন্তু এই কল্পনা আৰু পৰিকল্পনাৰ চিকাৰ সেই নিৰীহ মানৱেই যিটো জাতিৰ তেওঁলোক নিজেও প্ৰতিনিধি। তেওঁলোকে জানো এই প্ৰতিযোগিতাক এৰি কিবা পৰামৰ্শ কৰিব?

অদূৰ ভৱিষ্যতত যেতিয়া সকলো দেশেই এই শক্তি উৎপাদন কৰিবলৈ সক্ষম হব, তেতিয়া যদি এই শক্তি লৈ ক্ষমতা ও প্ৰভূত্বৰ প্ৰতিযোগিতাও জগতৰ শক্তিশালী জাতি বিলাকৰ মাজত এবাৰ যদি কেনেবাকৈ মহাসমৰৰ অৱতীৰ্ণ হয়, তেতিয়া এই মানৱ সভ্যতা ও সংস্কৃতি চিৰকালৰ কাৰণে হয়তো লীন হৈ যাব। আনহাতে আন্তৰ্জাতিক চুক্তিৰ বলত এই শক্তিৰ অপপ্ৰয়োগ বন্ধ কৰি মানৱৰ কল্যাণ কাৰ্য্যত নিয়োগ কৰা হয়, তেনেহলে মানুহে অসাধ্য সাধন কৰিব পাৰিব, বিশ্ব সভ্যতাৰ যুগান্তৰ সৃষ্টি হব। সেই সম্ভাব্য কালৰ ভাবী সভ্যতাৰ সুখ সমৃদ্ধিত জাগতিক উন্নতিত সামাজিক উৎকৰ্ষ লাভ কৰি পৃথিৱীৰ বুকুত স্বৰ্গৰাজ্য সৃষ্টি কৰি মানৱ সমাজ যাতে সভ্যতাৰ গৌৰৱৰ গৌৰী শিখৰত বহিবলৈ পাৰে তাকে আমি বাঞ্চা কৰো।

**আধুনিক বিজ্ঞানৰ শেষ উৰণ যন্ত্ৰ ৰকেট :—**

মানুহে ব্যাকুল হৈ ফুৰে অজ্ঞান বস্তুৰ সন্ধানত; আৰু সেই গতিকেই পৃথিৱীৰ বিষয় লৈয়েই মানুহ জাতিটো ক্ষান্ত থাকিব পৰা নাই। তেওঁলোকে চিন্তা কৰিছে— কেনেকৈনো পৃথিৱীৰ বাহিৰে অন্য গ্ৰহ-উপগ্ৰহ বিলাকৰ বিষয়ে জানিব পৰা যায়। এই গভীৰ চিন্তাধাৰাক বাস্তৱত ৰূপ দিবলৈ চেষ্টা চলিছে, চন্দ্ৰ আৰু মঙ্গল গ্ৰহলৈ যাবলৈ জল্পনা কল্পনা কৰিছে। কিন্তু পৃথিৱীৰ পৰানো অন্য গ্ৰহ-উপগ্ৰহলৈ কেনেকৈ যাব পৰা হ'ব? কাৰণ পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তিক অতিক্ৰম কৰিব পৰা উৰা জাহাজতো এতিয়ালৈকে আবিষ্কাৰ হোৱা নাই। আজিৰ বৈজ্ঞানিক -সকলৰ ধাৰণা হল এয়ে যে মধ্যাকৰ্ষণ শক্তিক অতিক্ৰম কৰিব পৰা ক্ষমতা ৰকেট বিনে আন কোনো উৰণ যন্ত্ৰৰে নেথাকিব —আৰু সেই গতিকেই আজি কেউফালে ৰকেট গৱেষণা দ্ৰুত গতিত চলিব ধৰিছে।

দ্বিতীয় মহাযুদ্ধৰ শেষৰ ফালে ইংলণ্ডৰ অধিবাসী সকলে এক আচৰিত ধৰণৰ আকাশী

আক্ৰমণৰ সন্মুখীন হৈছিল। সাধাৰণ বোমাতকৈ অনেক গুণে ডাঙৰ আৰু ভীষণ বেগী এক নিক্ষিপ্ত বস্তু (projectile) দ্বাৰা জাৰ্মাণ সকলে এই আক্ৰমণ ইংলণ্ডৰ ওপৰত কৰিছিল। সময়ত এই আচৰিত ধৰণৰ বস্তুটোৱেই ৰকেট নামে জনাজাত হল। জাৰ্মান সকলে অতি দক্ষতাৰ সৈতে এই বিৰাট আয়তনৰ ৰকেট ব্যৱহাৰ কৰি বিজ্ঞান জগতক চমকৃত কৰি তুলিলে আজিৰ বৈজ্ঞানিক মহলত সন্দেহ নাই যে, এই ৰকেটৰ সহায়তেই বায়ুমণ্ডলৰ বহিঃ ভাগত অনায়াসেই ভ্ৰমণ কৰিব পৰা যাব পাৰে।

আকাশত উৰিবলৈ কৰা যন্ত্ৰ বিলাকৰ ভিতৰত ৰকেটক প্ৰধান বুলি ধৰা হয়। কিয়নো ইয়াত বাদে কোনো যন্ত্ৰই পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তিক অতিক্ৰম কৰিব নোৱাৰিব। ওপৰুক্ত দুই কাৰণতেই ৰকেটক শেষ উৰণ যন্ত্ৰ ( Ultimate flying machine ) কোৱা হয়। বায়ু মণ্ডলৰ বহিঃ ভাগত বা শূন্য স্থানত ৰকেটৰ সমান বেগ অন্য কোনো যন্ত্ৰই পাব নোৱাৰিব।

ৰকেট হ'ল মুখ বন্ধ ডাঙৰ চুঙা ; এই বন্ধ মুখতেই ইন্ধন ৰখা হয়। এই ইন্ধনত অগ্নি সংযোগ কৰাৰ লগে লগেই ইন্ধন বোৰ জ্বলি এটা গেচৰ কুহুমা ( jet ) তৈয়াৰ হয়। এই গেচৰ কুহুমাটো ভীষণ বেগেৰে খোলা মুখখনে দি বাহিৰ ওলাই আহে। সামৰিক ৰকেটৰ গেচৰ চাপ প্ৰতি বৰ্গ ইঞ্চিত ১০০০–২০০০ পাউণ্ডলৈকে থাকে আৰু ঘণ্টাত প্ৰায় ৪০০০ মাইল। প্ৰজ্বলনৰ সময়ো মাত্ৰ এক বা দুই চেকেণ্ড হে হয়। ৰকেট বিলাকত জুলীয়া ইন্ধন ব্যৱহাৰ কৰা হয়। V2 ৰকেটৰ প্ৰজ্বলন সময় প্ৰায় ১ মিনিট।

ৰকেট ইঞ্জিন বিলাক কিছুমান স্বাভাৱিক পৰিচালকেৰে (Automatic Pilots) তৈয়াৰী। শূন্যত ভ্ৰমণ কৰোঁতে ৰকেট পৰিচালনাৰ সকলো বিলাক সমস্যা সমাধান কৰে এই Automatic Pilot বিলাকে। তাৰোপৰি দিক্ নিৰ্ণয় কৰিবৰ কাৰণে ইয়াত গাইৰোস্কোপ (Gyroscope) নামৰ এবিধ যন্ত্ৰ ব্যৱহাৰ কৰা হয়। যেতিয়া কোনো কাৰণ বশতঃ ৰকেট পথ ভ্ৰষ্ট হয় ; তেতিয়া এই যন্ত্ৰই নিভুৰ্ল পথলৈ টানি আনে। বায়ু মণ্ডলৰ বহিঃ ভাগত এই ৰকেটৰ সহায়তেই ভ্ৰমণ কৰিবৰ জল্পনা কল্পনা চলিব ধৰিছে। পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তিক অতিক্ৰম কৰিবৰ উদ্দেশ্যে ঘণ্টাত ২৫,২০০ মাইল বেগে যাব পৰা ৰকেটৰ আকৃতি, প্ৰকৃতি, কলা কৌশল ইত্যাদিৰ বিষয়ে ভাবিলে আধুনিক বিজ্ঞানৰ কাৰ্য্যত আচৰিত হব লাগে।

## আধুনিক বিজ্ঞানৰ দ্বাৰা চন্দ্ৰলোকলৈ যাত্ৰাৰ প্ৰয়াস

পৃথিৱীৰ সকলো ঠাই ইতি পূৰ্ব্বে আবিষ্কাৰ হৈ গ'ল। সেই কাৰণেই মানুহে বাহিৰত থকা ঠাইৰ অনুসন্ধানত অভিযান চলাব লাগিছে। মানুহক সদায় অভিজ্ঞান আৰু আবিষ্কাৰৰ চাপে হেঁচা দিব ধৰিছে — যাতে নতুন পৃথিৱীৰ আবিষ্কাৰ হ'ব পাৰে। এনে কিছুমান নিৰাপদ বস্তু আছে যত ঠাই সম্বন্ধীয় জ্ঞান বিস্তাৰ কৰিব পৰা যায়। এই ঠাই সম্বন্ধীয় জ্ঞানে আমাৰ বৈজ্ঞানিক অনুসন্ধান আৰু পৰীক্ষাত সুবিধা দিব। তাৰোপৰি পৃথিৱী, সৌৰজগত, আনকি বিশ্বকো মানিবলৈ সহায় কৰিব।

শতাব্দী ধৰি সপোন দেখি অহা আৰু

পঞ্চাশ বছৰে কৰা লেখা-জোখিৰ পাচত অৱশেষত আধুনিক বিজ্ঞানে পৃথিৱীৰ পৰা ২,৩৯,০০০ মাইল দূৰত থকা, ইয়াৰ একমাত্ৰ উপগ্ৰহ চন্দ্ৰলৈ যোৱাৰ কথা দৃঢ়ৈকে ভাবিব পৰা হৈছে। মানুহে পৰমানৱিক শক্তিৰ দ্বাৰা পৰিচালিত ৰকেট জাহাজলৈ আৰু অপেক্ষা কৰিব নেলাগিব। অৱশ্যে অদূৰ ভৱিষ্যতত তৈয়াৰ হব লগীয়া পৰমানৱিক ৰকেট জাহাজ খনৰ সহায়ত আকস্মিক যাত্ৰাটো অতি সহজে আৰু কম খৰছতে কৰিব পৰা যাব। যাৱতীয় সাজ-সৰঞ্জাম আৰু ইন্ধন, গবেষণাৰ ফল আৰু আটাইতকৈ আৱশ্যকীয় দূৰত্ব কক্ষ পথ আৰু প্ৰস্তাবিত যাত্ৰা পথক লৈ কৰা অঙ্ক শাস্ত্ৰৰ গণনা বিলাক যদি শুদ্ধ হয়, তেতিয়া হলে আজিৰ বৈজ্ঞানিক মহলত সন্দেহ নাই যে চন্দ্ৰলৈ কৰিব খোজা ভ্ৰমণৰ সপোন কেই পুৰুষ মান পিচতেই কাৰ্য্যত পৰিণত হবগৈ।

এবাৰ যদি এখন ৰকেট পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তিৰ প্ৰভাৱৰ বাহিৰত আহি পৰে তেতিয়া হলে ই পৃথিৱীৰ চাৰিও কাষে প্ৰতি দুই ঘণ্টাত এবাৰকৈ অৰ্থাৎ ঘণ্টাত ১৬০০০ মাইলকৈ ঘূৰিবলৈ ধৰিব। চন্দ্ৰলৈ পঠিওৱা ৰকেট খন যথেষ্ট শক্তিশালী কৰিবৰ কাৰণে পৃথিৱীৰ পৰা ১০০০ মাইল ওপৰত শূন্যত এটা ষ্টেশন স্থাপন কৰাটোৱেই হল দ্বিতীয় স্তৰ। এই স্থানত মধ্যাকৰ্ষণ শক্তি শূন্য হব বা সকলো বস্তুৱেই ওজন বিহীন হব।

চন্দ্ৰলৈ যাবৰ কাৰণে দুখন ৰকেট জাহাজ সজা হয়, কাৰণ উভটি আহিবৰ কাৰণে তাত ব্যৱহাৰ কৰা নাইট্ৰিক এচিদ—হাইড্ৰোজেন $(HNO_3\text{-}NH_2\text{-}NH_2)$ বেচি নিব পৰা নহব। সেই গতিকে এখনত কেৱল বেচিকৈ লৈ যোৱা যাব। চন্দ্ৰলোকত এই ৰকেটখনৰ পৰা ইখনলৈ ইন্ধনখিনি লৈ, ইয়াক তাত এৰি থৈ অহা যাব।

চন্দ্ৰলৈ যাত্ৰা পথত নিতৌ কোটি কোটি উল্কাপাত হয়। প্ৰতিবন্ধক নোহোৱা বাবে ইইঁতৰ গতি বেগ অতি বেচি। এনে বেগত দুই কাপৰ পৰা বেলেগ গতিত যোৱা। ফলত এটা উল্কাপাতে ৰকেট খনৰ যে কি ধ্বংশ সাধিব পাৰে তাক কল্পনা কৰাই কঠিন। কিন্তু এই উল্কাপাতৰ পৰা হাত সাৰিবলৈ ৰাডাৰ (Radar) লৈ যোৱা হব। ১০০০ মাইল ওপৰৰ পৰা প্ৰতি চেকেণ্ডত ৪০ মাইল হিচাপে আহি এটা উল্কাই ৰকেট জাহাজ খনক আঘাট কৰিবলৈ ৪০ চেকেণ্ড লাগিব। এই ৪০ চেকেণ্ড সময়খিনিত ৰকেট কিখনক হব খোজা দুৰ্ঘটনাৰ পৰা আতৰাই নিব পৰা হব।

ইলেকট্ৰনিক মগজু (Electronic Brain) ৰ দ্বাৰা ইয়াক পুনৰ একে কক্ষ পথলৈ লৈ আহিব পৰা হব। ৰকেট খন চন্দ্ৰক আঘাত কৰাৰ লগে লগেই অগ্নোৎপাতৰ ধূলিয়ে গোটেই খন আগুৰি পেলাব। বৈজ্ঞানিক সকলৰ অনুমান মতে চন্দ্ৰৰ উপৰিভাগ তাত আগেয়ে হোৱা আগ্নেয়গিৰিৰ ধূলিয়ে পৰিপূৰ্ণ। ধূলিবোৰ কেইবা মাইলো ওপৰলৈ উঠিব কাৰণ চন্দ্ৰৰ মধ্যাকৰ্ষণ শক্তি পৃথিৱীতকৈ ৬ গুণে কম।

লগত লৈ যোৱা অম্লজানৰ পৰিমাণ নিৰ্দ্দিষ্ট হোৱাৰ কাৰণে যাত্ৰীসকলে সোনকালেই উলটি আহিবলৈ কাৰবাৰ কৰিব লাগিব।

সোনকালে নহলেও কেই পুৰুষমান পিচতেই যে এই পৰীক্ষা মূলক যাত্ৰাটো হব এই বিষয়ে আৰু কোনো সন্দেহ নাই। কিন্তু দুৰ্ভাগ্যৰ বিষয় এই যে শূন্য স্থানত ষ্টেচন

স্থাপন আৰু যাত্ৰাটো কোনো জাতিয়েই বৈজ্ঞানিক অভিযান ( Scientific Adventure ) বুলি লব পৰা নাই। শূন্য স্থানৰ ষ্টেচনটোৰ দুটা সামৰিক সুবিধা আছে। ই শত্ৰু পক্ষক নিৰীক্ষণ কৰা এটা ডাঙৰ কেন্দ্ৰ আৰু শত্ৰু পক্ষৰ আক্ৰমণ কৰা যন্ত্ৰবো ( Missiles ) প্ৰধান সহায় হব। সম্ভৱতঃ চন্দ্ৰৰ উপবিভাগ বহু মূল্যবান ধাতুৰে পৰিপূৰ্ণ হোৱাৰ কাৰণে চন্দ্ৰলোকত উপনিবেশ স্থাপন কৰিবৰ উদ্দেশ্যেই পৃথিবীৰ প্ৰধান প্ৰধান ৰাষ্ট্ৰ সমূহৰ মাজত খৰিয়াল লগাটো স্বাভাবিক। চন্দ্ৰলৈ যাত্ৰা কৰিবৰ উদ্দেশ্যে সজা ৰকেট, ষ্টেচন আদিত, বহুত খৰচ হব—প্ৰায় ৫০০ নিযুত পাউণ্ড। কেইবাটাও পৰমানবিক বোমা তৈয়াৰ কৰিবলৈ হয়তো ইয়াতকৈ বেছি খৰচ লাগিব পাৰে।

**আধুনিক বিজ্ঞানৰ উপগ্ৰহ আৰু শিশুচন্দ্ৰ :—**

উপগ্ৰহ বায়ুমণ্ডলৰ ওপৰেদি পঠিওৱা হয়। বায়ু মণ্ডল বিহীন আৰু তাক দিয়া গতি বেগৰ সমষ্টিয়ে উপগ্ৰহ উবাত্ত সহায় কৰে। উপ-গ্ৰহৰ ওজনে তাৰ কক্ষ পথত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱাৰে। যদি উপগ্ৰহৰ পৰা এটা পখা উৰাই দিয়া হয়, দুয়ো একে পথত ভ্ৰমন কৰিব। এই বায়ু প্ৰতিক্ৰিয়াই সকলো উপগ্ৰহৰ জীৱনত একোটা গতিৰ সীমা বান্ধি দিয়ে। সেই বাবেই সিহঁত ওপৰত থাকে। কেইশ মাইল মান ওপৰলৈ যোৱাৰ পাচত উপগ্ৰহৰ ওপৰত বায়ু মণ্ডলৰ ক্ৰিয়া প্ৰায় নেথাকে। সেই বাবে কালিৰ উপগ্ৰহ আজি হাজাৰ হাজাৰ মাইল ওপৰত থাকিব যিমানেই ওপৰলৈ উঠে সিমানেই গতি কম হয়। অৰ্থাৎ নিজ নিজ কক্ষ পথত থাকিবলৈ বিচাৰে।

অতি পুৰণি কালতে পৃথিৱী পৃষ্ঠৰ পৰা দীপ্তি বিহীন এবাই যোৱা অংশৰ নামেই চন্দ্ৰ। দীপ্তিমান পদাৰ্থৰ পৰা কোনো অংশ এৰাই গলে দীপ্তি বিহীন হয়। সেইদৰে চন্দ্ৰৰো উৎপত্তি পৃথিবীৰ লগতেই।

বৰ্ত্তমান যুগৰ উপগ্ৰহৰ আকৃতি চন্দ্ৰৰ দৰে সূৰ্য্যৰ পোহৰত ভিৰমিৰাই উঠে। ওজনত চন্দ্ৰতকৈ কম। চন্দ্ৰৰ দৰেই কক্ষ পথত ভ্ৰমণ কৰে। কিন্তু বৰ্ত্তমান ধ্বংস লীলাৰ বুকুত। নতুনকৈ সৃষ্টি হোৱা চন্দ্ৰাকৃতি উপগ্ৰহটোক সেই কাৰণেই শিশু চন্দ্ৰ বোলা হয়, অৰ্থাৎ চন্দ্ৰতকৈ কোটি কোটি বছৰে সৰু।

ওপৰুক্ত আবিষ্কাৰ বিলাকলৈ আধুনিক বিজ্ঞানৰ গণণা পৰীক্ষা আৰু ও গৱেষণাৰ কাৰুকাৰ্য্যক সেৱা জনাবৰ ইচ্ছা হয়। মানৱ জাতিৰ ভবিষ্যত বিজ্ঞানতকৈ বেছি নিৰ্ভৰ কৰে পৃথিবীৰ জাতি সমূহৰ ওপৰত। কাৰণ বৈজ্ঞানিক আবিষ্কাৰৰ শক্তিৰ অপব্যৱহাৰ লৈ বিজ্ঞান দায়ী নহয়। মহতো মহীয়ান সৰ্ব্বশক্তি মান আনবিক শক্তি আৰু অন্যান্য আচৰিত আবিষ্কাৰ বিলাক বিশ্ব সভ্যতালৈ বিজ্ঞানৰ মহৎ বৰঙনি তাক মানৱে যিহতেই আৱশ্যক বুলি ভাবে তাতে প্ৰয়োগ কৰি আশাতীত ফল লাভ কৰিব পাৰে। তাকে নকৰি আদিম যুগৰ বৰ্ব্বৰ মানুহৰ দৰে সমৰ মহা সমৰ কৰি এই শক্তি ধ্বংস কাৰ্য্যত প্ৰয়োগ কৰে তেনেহলে বিশ্ব সভ্যতাৰ আত্ম-হত্যা কৰা হব।

আইনষ্টাইনে আনবিক শক্তিৰ অপব্যৱহাৰ সম্পৰ্কে জগত বাসীক কঠোৰ ভাৱে সতৰ্ক কৰি বিশ্বৰ শক্তিপুজক কৈছিল—"আনবিক শক্তি যি দৰে মানৱ সমাজৰ অশেষ কল্যাণ কাৰ্য্যত নিয়োগ কৰিব পাৰি, সেইদৰে তাৰ ধ্বংস শক্তিৰ দ্বাৰা পৃথিবীক একেবাৰে ধ্বংস কৰিব পাৰি। পৃথিবীৰ সমস্ত জাতি সমূহে যদি এই শক্তি তেওঁলোকৰ সামৰিক শক্তি হিচাপে ব্যৱহাৰ কৰে, তেনেহলে অহা মহা সমৰত আণবিক শক্তিৰে বিশ্বধ্বংস অনিবাৰ্য্য"। মহামান্য আইনষ্টাইনৰ সতৰ্কবাণী যেন বিশ্বৰ কোনো জাতিয়ে পাহৰি নেপেলায় তাকেই আমি বিচাৰো।

---

"মানুহক জীয়াই থকাৰ প্ৰশ্নই উদ্‌ভ্ৰান্ত কৰিছে। পৃথিৱীৰ অশান্ত বায়ু মণ্ডলত নিতৌ নতুন সমস্যাৰ সৃষ্টি হৈছে। শক্তি গোষ্ঠী শক্তিৰে উন্মত্ত, শক্তিহীন কাল-গতিত জীৱন জিজ্ঞাসাত ব্যস্ত। সংঘাট আৰু সন্ধি। এটাতো জীৱন নাই। দুয়োটাৰ সংযোগত বা দুয়োটাৰ বিয়োগতো জীৱন নাই। জীৱন আছে দুয়োটাৰে পৰা সমান আঁতৰত—প্ৰেম প্ৰাণ পৰস্পৰা পথাৰত"।

# গল্প

> ………"আত্ম প্ৰতিষ্ঠা লাভৰ প্ৰকৃত পন্থা সচেতন চিন্তা-ধাৰা আৰু চিৰ সুন্দৰৰ আৰাধনাত আত্ম-নিয়োগ কৰা বিশ্বৰ চিন্তা নায়ক সকলৰ স্বাধীন চিন্তা আৰু অহৈতুকী প্ৰেমৰ বলত আজি জগতত নব যুগৰ প্ৰৱৰ্ত্তন হবলৈ সম্ভৱ হৈ উঠিছে। ভগবান প্ৰেৰিত দূত মহামানৱ সকলৰ বৈচিত্ৰপূৰ্ণ কৰ্ম্মময় জীৱনেই এখন বিৰাট ইতিহাস তেওঁলোকৰ বিভিন্নমুখী ভাৱধাৰাই বিশ্ব প্ৰেমৰ আলেখ্য।"
>
> —ৰঘুনাথ চৌধাৰী—

**এজাক মানুহ, এখন সমাজ আৰু এখন পৃথিৱী এইখন সমাজৰ, এইবোৰ মানুহৰ আজে-বাজে কথাৰে জীৱনৰ ইতিহাস। সঁচা ইতিহাস। জীয়া কাহিনী।…**

# ঃ এই পৃথিৱীৰ স্বপ্ন ঃ

[ ১৯৬১ চনৰ গল্প প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰেৰে পুৰস্কৃত ]

শ্ৰীনীত্যেন বৰুৱা, বি কম, পৰীক্ষাৰ্থী,

এয়া সোণাজুৰিৰ কথা।

সোণাজুৰিৰ মুকলি আকাশত ডাৱৰ উৰিছিল। নীলাকাশৰ ধুনীয়াখিনি কলা হৈ আবেলিৰ সোণাজুৰিত বাৰিষাৰ সেমেকা ডাৱৰৰ সৰু সৰু পানীৰ কণাই পৃথিৱীৰ বুকুত নতুনৰ প্লাৱন নমাইছিল। পৃথিৱীৰ বুকুলৈ মৌচুম নামিছিল। এচাতি পাতল মিঠা ৰদৰ পিচত সোণাজুৰিৰ আকাশত ৰামধেনু ওলাইছিল। সাতৰঙী বোলেৰে আকাশত ডাৱৰ উৰিছিল। কলা কলা, বগা বগা ডাৱৰ। কোনোবা গাভৰু প্ৰাণত মন-বঙা সপোনে মনৰ ফাগুনত বন জুই জ্বলাইছিল। গাব নোপোৱা মনৰ প্ৰশান্তত কোনোবাই মিচিকাই হাঁহিছিল। আকাশ ইমান উদাস! সাগৰ ইমান নীলা!

মনৰ অনুভূতিয়ে কথা কব পাৰে। দুটা পলাসী মনৰ আবেগবোৰে কথা কৈছিল। প্ৰথম দিনা সিহঁতৰ চকুৰ পতাবোৰ কঁপিছিল। এদিন

মৰমবোৰ বেদনা হৈ পৰিছিল। বুকুৰ মৰমবোৰ চকুলো হৈ পৰিল। সিহঁতক আন্তৰিক অনুভূতিয়ে কাষচপাই নিছিল—সিহঁতক চিনাই দিছিল। এইখন পৃথিবী ইমান ধুনীয়া! মানুহৰ মৰমবোৰ ইমান আকলুৱা! খুব সহজ ভাৱে মনৰ মৰমবোৰে ৰূপ ললে—অন্তৰৰ নিবিড়তাখিনি এখন সমাজে বেয়াৰ চকুৰে চালে। ঘৃণাৰ চকুৰে চালে। সি সোণাজুৰি এৰি গুচি আহিল। সোণাজুৰিৰ আকাশে উচুপি কান্দিলে।

উৎপল আৰু নিবাক্ষী।

সিহঁতক লৈ সোণাজুৰি মুখৰ হৈ পৰিল। সিহঁতৰ আন্তৰিক আবেগতাখিনি এইখন সমাজে ইমান ঘৃণনীয় ভাবে কিয় ললে সি ভাবি নাপালে। নিবাক্ষী আৰু সি একেভাবেই চলি যাব পাৰিলেহেঁতেন, যদি উৎপলৰ লগত নিবাক্ষী নামৰ ছোৱালীজনীৰ চিনাকি নহলহেঁতেন—সোণাজুৰি একে ভাবেই থাকিলহেঁতেন। খুব সহজ ভাবে এটা মিছা অপবাদৰ বাবে সি সোণাজুৰি এৰি যাব। সি জানে—নিবাক্ষী নহৈ আন কোনোবা বাবুৰ ছুহিতাৰ লগত উৎপলৰ কিবা হোৱাহলে, সিহঁতে সেইবোৰ বুঢ়ী আইতাৰ সাধুকথাৰ দৰে মনে মনে শুনি গলহেঁতেন; বুজিও নুবুজাৰ দৰে হাঁহি দিলেহেঁতেন।

উৎপলে জানে এইবোৰ তাৰ জীৱনৰ কিছুমান স্বাভাৱিক স্তৰ। এটাৰ পিচত এটা আহিয়ে আছে। তাৰ এই একুৰি ছটা বসন্তত বহুতো অভিজ্ঞতা পাইছে। শীতৰ হাৰ কঁপোৱা জাৰ পাইছে, গ্ৰীষ্মৰ উৎকট গৰমো পাইছে। মৃন্ময়ৰ দৰে বন্ধু পাইছে, প্ৰদ্যোত চলিহাৰ দৰে পদে পদে বিপদত পেলাবলৈ বিচৰা বন্ধুও পাইছে। ডাঃ চেটাৰ্জীৰ নিচিনা পিতৃ অনুশাসনীয় মানুহো পাইছে। অমূলা চলিহাৰ দৰে তাক ঘৃণা আৰু তাচ্ছিল্য কৰা, সুবিধা পালেই অপদস্থ কৰিবলৈ বিচৰা লোকো পাইছে। দিপালী চলিহাৰ নিচিনা আধুনিকতাৰ পৰিচয় দি কৃত্ৰিম আন্তৰিকতা দেখুৱা ছোৱালীও পাইছে আৰু নিবাক্ষী নামৰ এই নাৰ্চজনীকো পাইছে—যাৰ হিয়াৰ নিভৃত মৰমখিনি স্নিগ্ধ, অন্তৰ আৰু মৰমৰ মাদকতাৰে এখন পৃথিবী জীয়াই তুলিব পাৰে।

উৎপলে জানে কঠোৰ পৰিশ্ৰম কৰি কৰিয়ে একুৰি ছটা বছৰ পাৰ হৈ গল। অন্ততঃ তাৰ দৰে ইমান কম বয়সৰ পৰা নিজকে জীয়াই ৰাখিবলৈ কোনোবাই চেষ্টা কৰিছেনে নাই সি নেজানে। তাৰ দুই কি তিনি বছৰ বয়সতে মাক ঢুকাইছিল। মাক ঢুকুৱাৰ এবছৰৰ পিচতে দেউতাকে নতুনকৈ বিয়া কৰাইছিল। পৃথিবীৰ মৰমবোৰ কি সি বহুত দিনলৈ বুজাই নাছিল। মনত পৰাৰ পৰা প্ৰবেশিকা দিয়ালৈ মাহীমাকৰ কঠোৰ শাসনে তাক পৃথিবীখন কঠোৰ হিচাবে বুজিবলৈকে শিকাইছিল। মাতৃ-মৰম কি উৎপলে পোৱা নাছিল। বহুত দিন অনাহাৰী আৰু অৰ্দ্ধাহাৰী হৈয়ে কটাই দিছিল। মাহীমাকৰ অনুগত দেউতাকৰ উৎপলৰ প্ৰতি থকা মৰমবোৰ অপ্ৰকাশ ভাৱেই থাকি গল। উৎপল এদিন আঁতৰি আহিল। মাহীমাকে ভালেই পালে। দেউতাকে একো নকলে, হয়তো বুকুৰ পুত্ৰস্নেহখিনি মাহীমাকৰ আগত দুচকুৰ বেদনা হৈয়ে বল। প্ৰবেশিকা দিয়া বছৰেই মাহীমাকৰ বাবে উৎপলে ঘৰ এৰি গুচি আহিল। তাৰ পিচৰ পৰা উৎপল ঘৰলৈ যোৱা নাই। আনে ঘৰ বুলি যি বুজে, সি নুবুজে। কলেজত পঢ়ি থাকোতেই দেউতাক

ঢুকাইছিল। সেইতাক ঢুকাওঁতেই এবাৰ ঘৰলৈ গৈছিল। কিন্তু মাহীমাকে সি যোৱাৰ বাবে কোনো অনুকম্পা নেদেখুৱালে। সি বুজিছিল মাহীমাকে সি যোৱাটো বাঞ্ছা কৰা নাছিল। পিতৃ বিয়োগৰ পিচৰ তাৰ জন্ম ঘৰখনত চিৰ-দিনৰ বাবে বাট বন্ধ হৈ গল। মাহীমাকে ভাবিছিল পিতৃ বিয়োগৰ সুবিধা লৈ উৎপলে পৈতৃক সম্পত্তি দাবী কৰিব; কিন্তু উৎপলে একো নিবিচাৰিলে। সি জানে, তাৰ পত্নী অনুগত পিতৃয়ে তাৰ বাবে একো দি যাব নোৱাৰিলে। সেইবাবে সি আক্ষেপ নকৰিলে।

নিজৰ কঠোৰ পৰিশ্ৰম আৰু চেষ্টাৰে উৎপলে বি, কম পাচ কৰিলে। পাৰ্ট টাইম কাম, টিউচন কৰি চাৰিটা বছৰ কলেজত পঢ়িছিল। অৰণ্যো মৃন্ময় আৰু হিৰণ্য বৰুৱাৰ কথা সি কোনোদিন পাহৰিব নোৱাৰে। কলেজীয়া জীৱন বুলিলে সাধাৰণতে যি বুজা যায়; তাৰ দৰে পঢ়া শুনাৰ বাবে খুব সহজ ভাবে বুজিবলৈ টান লাগে। নৈশ শাখাৰ ছাত্ৰ হিচাবে তাৰ দৰে বহুতৰে একেই অৱস্থা। বন্ধু মৃন্ময়হঁতে সহায় নকৰা হলে সি পঢ়াৰ কথা ভাবিবই নোৱাৰিছিল। তাৰ বাবে সিহঁতে বহুত চেষ্টা কৰিলে।

তাৰ পিচত এদিন আহি পাইছিলহি সোনাজুৰি। নিজৰ ভাগ্য আৰু কৰ্ম্ম-সংস্থানৰ বাবে উৎপলে সোনাজুৰিত তিনি বছৰ আছিল। প্ৰথম দেখা সোনাজুৰিৰ মুক্ত আকাশে তাক দেখি মিচিকিয়াই হাঁহিছিল। সোনাজুৰি বাগিছাৰ চাহ গছে নতুন কুঁহিপাত মেলিছিল। সোনা-জুৰিৰ বুকুত মৌচুমীৰ প্লাৱন নামিছিল। বাগিছাৰ মজুৰা ডেকাই কোনোবা কণাছুৰিৰ গামৰ টুকুৰা চিএৰি চিএৰি গাইছিল। বনুৱা গাভৰুৰ বুকুৰ বহুনাই লাজৰ ওৰণি টানিছিল। সোনা-জুৰিক তাৰ ভাল লাগিছিল। সোনাজুৰিৰ মুকলি বতাহে বহুতো কথা কব পাৰে। বনুৱা জীৱনৰ চেকুৰা মৰম বোৰে এটি কলি দুটি পাতৰ বহুতো সাধু কথা কয়। সোনাজুৰিৰ মুকলি দিনবোৰত তাৰ মনেও কাৰোবাৰ অলপ মৰমৰ বাবে কান্দিছিল। আজৰি সময়ৰ উকা মনটোৱে কিবা এটা পোৱাৰ অনুভূতি পাইছিল। পোৱা নোপোৱাৰ দোমোজাত তাৰ দুৰ্ব্বলতা খিনি সি এদিন উপলব্ধি কৰিছিল। নিৰাক্ষী নামৰ ছোৱালী জনীৰ ওচৰত তাৰ দৃঢ় পুৰুষতাখিনি সি কব নোৱাৰাকৈ বিচলিত হৈ তাৰ উৰণীয়া মনটো এদিন বান্ধ খাই গল।

সোনাজুৰিত উৎপলৰ তেতিয়া দেড় বছৰ হৈছিল। মনৰ আকাশত অনেক তৰাৰ স্বপ্ন। ক্লাব ঘৰ, বেসুৰা গানৰ সুৰে মুখৰিত হৈছিল। বন্ধু মহলাৰ চাহৰ আড্ডাতে এদিন সি নিৰাক্ষীৰ কথা শুনিছিল। প্ৰদ্যোত চলিহাৰ চিকাৰি চকুহালে সিহঁতক বহুতো কথাৰ সন্ধান দিব পাৰিছিল। প্ৰদ্যোত চলিহাৰ বেপেকৰা "বিউটি" অৰ্থাৎ সুন্দৰক বিচাৰি ফুৰা মনটোৱে সেইদিনা নিৰাক্ষী ফুকন নামৰ নাৰ্চজনী সোনাজুৰিলৈ অহাৰ কথাও সিহঁতক জনাইছিল। নিৰাক্ষী বোলে ধুনীয়া। অন্ততঃ নিৰাক্ষীয়ে হেনো সোনা-জুৰিৰ ডেকাজাকক গৰম কৰি তুলিব। চলিহাৰ কথাবোৰত সি মনোযোগ দিয়া নাছিল। এজনী ছোৱালীৰ ৰূপৰ গৌৰৱক প্ৰকাশ্য ভাৱে সমালোচনা কৰাটো সি ভাল বুলি নেভাবে।

ইয়াৰ এমাহ মানৰ পিচতে সি এদিন নিৰাক্ষীক দেখিছিল। হস্‌পিটেলৰ কম্পাউণ্ডৰ ভিতৰৰ ফুলনি ডবাত নিৰাক্ষীয়ে ডাঃ চেটাৰ্জীৰ সৰু ছোৱালী জনীৰ লগত কিবা কথা পাতি আছিল। চকামকা অৱস্থাতে নিৰাক্ষীক সি এবাৰ লক্ষ্য কৰিছিল—প্ৰদ্যুত চলিহাৰ নিৰ্লজ্জ মন্তব্যটো কিমান খিনি সত্য। তাৰ এই ক্ষণিক দুৰ্ব্বলতা খিনি নিৰাক্ষীৰ চকুত নপৰাকৈ নেথাকিল। খুব সাধাৰণ হলেও তাৰ মনটো অপৰাধী হৈ পৰিছিল। প্ৰথম দৃষ্টিতে নিৰাক্ষীয়ে মৰম লগাব পাৰে—তেন্তে ইমান ধুনীয়া এজনী ছোৱালী কিহৰ বাবে সোনাজুৰিত নাৰ্চ কৰিবলৈ আহিল।

তাৰ পিছৰ দুটা মাহৰ ভিতৰত উৎপলৰ দুজনী নাৰীৰ সান্নিধ্য ঘটিছিল। এচিচ্‌টেণ্ট মেনেজাৰ অমূল্য চলিহাৰ কন্যা দিপালী চলিহা আৰু নিৰাক্ষী। অমূল্য চলিহাৰ তাৰ প্ৰতি থকা মৰমৰ টানটোৰ কথা উৎপলে কেতিয়াবাই বুজি-ছিল। সি বুজে অমূল্য চলিহাৰ দৰে মানুহৰ তাৰ প্ৰতি অনুকম্পা নাই, থাকিলেও কোনো স্বাৰ্থৰ খাতিৰতহে। যেতিয়াই চলিহাই বুজিছিল তাৰ সেই খেয়ালী মনটোৱে খুব সহজে তেওঁৰ অভিসন্ধি বুজিছে, মাজে মাজে সিযে তেওঁৰ ব্যক্তিত্বত আঘাত কৰাকৈ কিছুমান কথা কয়, দিপালী চলিহাৰ নিচিনা ছোৱালীৰ নাৰীত্বক যে কোনো মূল্য নিদিয়ে তেতিয়াৰ পৰাই তেওঁৰ মৰমকণ তাৰ প্ৰতি শেষ হৈ আহিল। অলপ কথাতে চলিহাৰ তাৰ ওপৰত চোকা দৃষ্টি পৰি-বলৈ ধৰিলে। ইয়াৰ পিচৰ পৰাই প্ৰদ্যুত চলিহাৰ বন্ধুত্ব খিনিও তাৰ লগত কমি আহিল।

নিৰাক্ষী আৰু দিপালী।

উৎপলৰ জীৱনলৈ দুয়োজনী সমান্তৰাল ভাৱেই কাষ চাপি আহিছিল। তাৰ একুৰি ছটা বসন্তৰ স্বপ্নাবিল দুটা মুহূৰ্ত্ত সিহঁতৰ মনৰ ফল্গু বোৰ সি বুজিবলৈ চেষ্টা কৰিছিল। একুৰি ছটা বছৰে সি কোনো ছোৱালীৰ সহজ সান্নিধ্য পোৱাই নাছিল। তাৰ কৰ্ম্মব্যস্ত অভাবী মনত তাৰ বাবে তেতিয়া থোমাজৰ বাবে সময়ে হৈ নুঠিল। কলেজত পঢ়োতেও কোনো ছোৱালীক ভাল পাবলৈ বিছৰা নাছিল। ছাত্ৰ অৱস্থাতে তাৰ বন্ধু অখিলেষ আৰু নিবাৰণৰ বহুতো প্ৰেমৰ গল্প শুনিছে। দুই এখন চিঠি দিলে, কবিতা লিখিলে সিহঁতে ভালপোৱা ছোৱালী কেইজনীৰ শতমুখে প্ৰশংসা কৰিলে। তাৰ পিচত অখিলেষ আৰু নিবাৰণ একেভাৱেই থাকিল। সিহঁতৰ ভালপোৱা কেইখনমান চিঠি আৰু কেইটামান কবিতাতে শেষ হৈ গল। সিহঁতৰ জীৱনলৈ অহা ছোৱালীকেইজনী কাৰোবাৰ গৃহিণী হৈ, ন বোৱাৰী হৈ একোখন ঘৰলৈ গুচি গল। বয়সৰ স্বাভাৱিক কিছুমান ক্ষণিক দুৰ্ব্বলতাক সি ভালপোৱা বুলি নেভাবে। দুখনমান চিঠি আৰু কবিতা লিখিলেই ভালপোৱা নুবুজাই। আন্তৰিকতা আৰু মনৰ মৰম নেথাকিলে কাৰোবাক আপোন ভাবে পোৱাৰ অৰ্থ নাই। নিৰাক্ষী আৰু দিপালী চলিহাৰ নাৰী প্ৰেমেই তাৰ জীৱনলৈ প্ৰথম আহিছিল। দিপালী আছিল উচ্চ শিক্ষিতা, আধুনিক সাজসজ্জাৰে বিভূ-ষিতা, মাত কথাত কৃত্ৰিমতা, খুব সহজে ফাঁকি দি ভুলাই ৰাখিব পৰা এজনী চঞ্চলা নাৰী—যাৰ নাৰীত্বৰ সৌন্দৰ্য্যখিনি এজনৰ কাষত পুৰণি হৈ গলে তিতা হৈ যাব, বিষময় হৈ যাব। কিন্তু

নিৰাক্ষী আছিল—সৰল মাত-কথাৰে শান্ত প্ৰকৃতিৰে মাতৃময়ী এজনী নাৰী—যাৰ অন্তৰৰ মহীয়সী প্ৰশান্তৰ উৰ্ম্মিমালাৰ দৰে শান্ত, পূৰ্ণিমাৰ জোনাকৰ দৰে স্নিগ্ধ, শুভ্ৰ অন্তৰ, মৰমক এমুথ হাঁহিৰে প্ৰাণ দি জীয়াই তুলিব পৰা দুচকুত নাৰীৰ সঞ্জীৱনী মায়া। নিৰাক্ষীৰ প্ৰতি তাৰ ইমান অনুকম্পা কিয় আছিল কব নোৱাৰে। হয়তো তাৰ খেয়ালী মনটোৱে প্ৰত্যহ চাঁলহা আদি প্ৰৱঞ্চক বন্ধুকেইজনৰ প্ৰতি সজাগ হৈ থাকোঁতেই নিৰাক্ষী তাৰ খুব কাষ চাপি আহিল। তাৰ সেই বন্ধু-কেইজনে নিৰাক্ষীৰ মাংসল শৰীৰটোত নিজৰ মনৰ উদ্দাম কামনাবোৰ পৰিতৃপ্ত কৰাৰ চেষ্টাতহে আছিল। সেই কথা সি ভালদৰে জানিছিল। সেই বাবেই সি সিহঁতৰ বাটৰ কণ্টক হৈ পৰিছিল। এজনী নাৰীৰ মৰম আৰু মাতৃত্বক নিজৰ কৰি লোৱাটো সি বেয়া বুলি নেভাবে, কিন্তু যৌন ক্ষুধাৰে পাশৱিকতাৰে কোনো নাৰীৰ নাৰীত্বক অৱমাননা কৰাটো ভাল বুলি নেভাবে।

আক্ষেপ কৰিবলগীয়া তাৰ একো নাই। মাত্ৰ এটা বেয়া অপবাদ লৈ সি সোনাজুৰি এৰি যাব। সাধু কথাৰ দৰে নিৰাক্ষী আৰু উৎপলৰ কথাবোৰ প্ৰচাৰ হৈ গ'ল। বাগানৰ প্ৰত্যেক বাবুৰ ঘৰ আৰু বনুৱাবোৰে নিৰাক্ষী আৰু উৎপলক লৈ বেলেগ বেলেগ সাঁথৰ উলিওৱাত ব্যস্ত হৈ পৰিল। নিৰাক্ষী আৰু উৎপলক দেখিলে মানুহে অন্য এক প্ৰশ্নাতুৰ দৃষ্টিৰে চায়। সোনাজুৰিৰ প্ৰতি তাৰ আস্থা হেৰাই গ'ল। মানুহৰ অন্তৰবোৰ ইমান জঘন্য ভাবে প্ৰকাশ পাই বুলি সি ভবা নাছিল। নিৰাক্ষীয়ে কান্দিছিল। সি দুখ কৰিছিল। সি বেজাৰ কৰা নাছিল। সি জানে তাৰ এই অৱস্থাত সহানুভূতি জনাবলৈ কোনো নাহে। অন্ততঃ তাৰ প্ৰৱঞ্চক বন্ধু কেইজনৰ আগত সি কেতিয়াও তাৰ দুৰ্ব্বলতা প্ৰকাশ নকৰে। সি বুজিছিল সোনাজুৰিৰ বতাহ তাৰ এই বন্ধু কেইজনেই গৰম কৰি তুলিছে। অতি সোনকালে সি সোনাজুৰি এৰিব। সি কেতিয়াবাই জানিছিল তাৰ মুকলি মনে, বাগানৰ ঠেক পৰিবেশটোৰ মাজত খুব অকলশৰীয়া অনুভৱ কৰিছে। জীয়াই থাকিবৰ বাবে কিছুমান টকা আৰু এটা কৰ্ম্মব্যস্ত জীৱনেই নহয়, লগতে খুব কমেও নিজকে মিলাই লব পৰা এখন সমাজো লাগে।

এটা সৰু কথা। সামান্য কথা এটাৰ পৰা যে ইমান বহল ভাবে বেলেগ এটা পৰিস্থিতিৰ উদ্ভৱ হব, নিৰাক্ষী বা সি বুজা নাছিল। কোনো এটা দিনৰ সন্ধ্যা ভ্ৰমণৰ সময়ত সি নিৰাক্ষীক বৰপুখুৰীৰ পাৰত লগ পাইছিল। তাইৰ লগত থকা ৰমা নামৰ বনুৱা ছোৱালীজনীৰে নিৰাক্ষীয়ে ফুৰিছিল। তাক দেখি নিৰাক্ষীয়ে হাঁহিছিল। তাই বোলে তাক কৰবাত ফুৰিবলৈ যোৱা বুলি ভাবিছিল। তাইৰ কথাত সিও হাঁহিছিল। সোনাজুৰিৰ মুকলি আকাশখনৰ তলতে এদিন সি নিৰাক্ষীক কাষ চপাই আনিবলৈ বিচাৰিলে। নিৰাক্ষী ভীতা হৈ আঁতৰি গৈয়ো যাব নোৱাৰিলে। মনৰ আবেগ ইমান মোহময়! মনৰ অস্ফুট ভাষাৰে এদিন সিহঁতে স্বীকাৰ কৰিলে আমি আমাৰ বাবেই জীয়াই থাকিম। ইটো সিটো কথা পাতি সিহঁত মেনেজাৰ চলিহাৰ বঙলাৰ কাষেদি নিৰাক্ষীৰ কোৱাৰ্টাৰৰ পাওঁতে প্ৰায় সাত বাজিল। নিৰা-ক্ষীক থৈ উৎপল তাৰ পৰা ক্লাবলৈ যাব বুলি

ভাবিছিল। কিন্তু নহ'ল। নিৰাক্ষীৰ কথাকে ভাবিছিল— তাই নাৰ্চ কৰিবলৈ কিয় আহিল সেই দিনা স্পষ্টকৈ কৈ দিলে। সমাজৰ চকুৰ আগত যেতিয়া একোজনী ছোৱালী বেয়া বুলি পৰিগণিত হয়, তেতিয়া জীয়াই থাকিবৰ বাবে কিছুমান ধৰাবন্ধা বাট লব লগা হয়। ঘৰুৱা পৰিবেশ বা নিজৰ কাৰণেই এদিন তাইৰ কুমাৰী সন্তানটোৰ মৃত্যু হৈ গ'ল। মিচন হস্পিটেলৰ কোনোবা কোঠাৰ চাবি বেৰৰ মাজত এদিন তাইৰ প্ৰথম সন্তানটো সমাজৰ চকুৰ আঁৰ কৰি নষ্ট কৰি পেলালে। তাৰ পিছত সমাজত নিৰাক্ষীৰ এটা কুৎচিত অপবাদ ওলাইছিল। সেই বাবেই তাই নাৰ্চ শিকিবলৈ গ'ল। নাৰ্চ কৰা মানে বহুতৰ যি ধাৰণা থিক তেনেকুৱাই। যৌৱনৰ পূজাৰ বদ কাঁচলিত কৰা, বয়সৰ স্বাভাৱিক ভুলবোৰৰ বাবে সচাঁই বেয়া ছোৱালীবোৰ জানো নাৰ্চ হয় ?

সোনাজুৰিৰ আকাশত ক'লা ক'লা ডাৱৰ উঁৰিছিল। থিক তাৰ দুদিন পিছতে সিহঁতৰ বেয়া জনৰবটো ওলাই গ'ল। তাৰ লগৰ প্ৰতিকূলী বন্ধু কেইজনে তাক নিৰাক্ষীৰ কথা সুধি বেলেগ এটা ৰহস্য পাব বিচাৰিছিল। চলিহাৰ পৰিবাৰে তাৰ চৰিত্ৰৰ বাস্থিকতাক ধন্যবাদ দিছিল। দিপালী চলিহাই হাঁহি হাঁহি তাক নিৰাক্ষীৰ কথা সুধিছিল। ডাঃ চেটাৰ্জীয়েনিৰাক্ষীক মাতি নি উৰা বাতৰি বোৰৰ কথা সুধিছিল। নিৰাক্ষীয়ে কান্দিছিল। মিছা এটা অপবাদৰ কাৰণে লোক গঞ্জনা শুনাটো সি নিজে একো নেভাবে কিন্তু তাৰ লগতে এজনী নিৰপৰাধী ছোৱালীক সান্ত্বনা দিয়াৰ বাবেহে তাৰ বেয়া লাগিছিল। মেনেজাৰ চলিহাই তাক মাতি নি উপদেশৰ কথা কৈছিল তাৰ দৰে ডেকাৰ পৰা সমাজে বহুত আশা কৰে আৰু তা নিচিনা শিক্ষিত ডেকাৰ পক্ষে এইবোৰ কাম বৰ অশুভ। সি কোনো কথাৰ প্ৰতিবাদ কৰা নাছিল। মাত্ৰ তাৰ যে নিৰাক্ষীৰ লগত কোনো অসৎ অভিপ্ৰায় নাই তাকে কলে। মেনেজাৰ চলিহাই তাৰ কথাত হাঁহিছিল।

এসপ্তাহৰ পিছতে তাক কামৰ পৰা বৰখাস্ত কৰিছিল। নিৰাক্ষীক ভবিষ্যতৰ বাবে সতৰ্ক কৰিছিল যাতে ভবিষ্যতলৈ সাৱধান হয়। মেনেজাৰ বিচাৰ্ডচনে তাক মাতি নি কামৰ পৰা ডিচাৰ্জ কৰাৰ কথা কৈছিল। তাৰ বেয়া ব্যৱহাৰ আৰু চৰিত্ৰৰ কাৰণে কোম্পানীয়ে ৰাখিব নোৱাৰে। সেইদিনা গধূলিয়ে সি সোনাজুৰি এৰি গুচি আহিল। আহিবৰ সময়ত সি নিৰাক্ষীক লগ কৰিছিল। সেইদিনা তাই কন্দা নাছিল। হাঁহি হাঁহি নিৰাক্ষীয়ে তাক বহুতো কৈছিল। চকুত অস্ফুট বেদনা আৰু এক নিঃসহায় দৃষ্টিৰে তাই তাৰ মঙ্গল কামনা কৰিছিল। তাইৰ এই আশীৰ্বাদৰ বিনিময়ে সি তাইৰ ওচৰত কিবা এটা সম্মতি বিছাৰিছিল।

"নাৰ্চবোৰ জানো নাৰী? নাৰী হিচাপে সিহঁতৰ জানো কিবা স্বীকৃতি আছে? নাৰ্চ বুলিলে তোমাৰ দৰে বহুতে অন্য হিচাবে লয়।"—এইবোৰ নিৰাক্ষীৰ কথা।

"মানুহ হিচাবে জীৱনক সম্পূৰ্ণ কৰি লবলৈ যি কোনো এজনী নাৰী হলেই হ'ল। তাই নাৰ্চেই হক বা আন কিবাই হক—কথা নাই। মাত্ৰ

নাৰী হিচাপে মহিয়সী গুণৰ স্বীকৃতি থাকিব লাগে।"—সি কৈছিল।

উৎপলে সোনাজুৰি এৰি গুচি আহিল। সোনাজুৰিৰ মুকলি আকাশত আহিনৰ বিয়লিত ভাৰৰ উৰিছিল। ক'লা ক'লা, বগা বগা, ভাৰৰ। সোণাজুৰিৰ বুকুত একনী নাৰীয়ে মূক-বেদনাৰে প্ৰাৰ্থনা কৰিছিল—"আমাৰ বাবে এখন বেলেগ পৃথিৱী আছে, এখন সমাজ আছে, সেইখন পৃথিৱীয়ে আমাৰ কাৰণে হাঁহিব, য'ত তুমি কোন, মই কোন বুলি কোনেও নুসুধিব। হে' পৃথিৱী! তোমাৰ বুকুৰ নিৰ্ম্মম বেদনাবোৰ মানুহে কেতিয়া বুজিব?

---

য'ত প্ৰেম আছে, তাতে জীৱনো আছে। ঘৃণাই মানুহক ধ্বংসৰ বাটলৈহে নিয়ে। প্ৰেমে প্ৰতিদান দাবী নকৰে। ই সদায় দানহে কৰে।

—মহাত্মা গান্ধী—

# মৌন ইতিহাস

শ্ৰীৰমা মহন্ত
৪ৰ্থ বাৰ্ষিক কলা

……পমিলা হঁতৰ ঘৰত বধুৰ অবাধ গতি হ'ল। জাতত কুলি হলেও—সিহঁতৰ মাৰল ঘৰত বধুৱে স্থান পালে—আৰু স্থান পালে পমিলাৰ হিয়াৰ গোপন কোণত।—

……তাই জীয়া মৰমৰ জীয়া চুমা বধুৰ বাহিৰে কাকো দিব নোৱাৰে।

বেয়াকৈ লাজ লাগি যোৱা কাণ্ড।

কাণ্ডটো দেখি অনুসন্ধিৎসু দৃষ্টিৰে মণি-মালাই মোলৈ চালে। মোলৈ চালে এই কাৰণেই যে মণিমালাক মোৰ মনৰ কথাবোৰ কওঁ আৰু তাইও তাইৰ মনৰ কথা কিছু কয় মোৰ আগত। দাদাইঁতৰ দৃষ্টি আন্ধাৰত নিহিত হৈছিল। বাইদেউ, খুৰীদেউ আৰু গাঁৱৰ অন্যান্য কিগৰাকী নবৌ, পেহীদেউহঁতে তলমূৰ কৰিছিল। চেমনীয়া ল'ৰা মখাই হাঁহি দিছিল—ডাঙৰকৈ পমিলাৰ কথা সিহঁতেও জানে, নাজান মাত্র তইহে। জানিবয়েই বা কেনেকৈ এইটো আমাৰ গাঁৱৰহে নালাগে ওচৰৰ গাঁৱৰো নহয়; আনকি আমাৰ ওচৰত থকা নগৰ খনৰো নহয়। তই যদি গুৱাহাটীত থকা মোমাইদেউৰ গাঁৱৰ (অ' গাওঁ নহয় দেই, নগৰৰ কাষতে যদিও নগৰ বুলিলেহে ভাল পাব) নহৈ আমাৰ গাঁৱৰ হোৱা হলে নিশ্চয়ে জানিলি হেঁতেন, পমিলাৰ জীৱনৰ সকৰৰ কাহিনী বিলাক। তই সেই দিনা আচৰিত হৈ মোৰ চকুত, পমিলাৰ বিষয়ে কিবা বিচাৰিছিলি; কিন্তু মই সেই দিনাৰ তিৰি-ভিৰিৰ মাজত তোৰ অনুসন্ধানৰ সন্ধান দিব নোৱাৰিলো। আজিহে সময় পায় সেই দিনাৰ কাণ্ডটোৰ নায়িকাৰ বিষয়ে ক'ম তই হ'তে আছ তঁৰে পৰাই শুনিবি।

……পমিলা দৰিদ্ৰ পৰিয়ালৰ আবহমান সমাজ ছবিৰ সৰল, সুস্থ নাৰী। মৰা সুঁতিৰ পাৰৰ পমিলাৰ মৰ্ম্মন্তুদ, মৰ্ম্মস্পৰ্শী ৰাতিৰ নিৰৱ বিননি শুনিবলৈ মানুহবোৰ মৰি ভূত হৈ গ'ল। সেই ভূত বিলাকৰ অট্ট হাস্যৰ লগত অভিসাৰ ৰাতিৰ পমিলাৰ দৰে হাজাৰ পমিলাৰ, মৰি মৰি ওলোৱা কৃত্ৰিম হাঁহি মিলি যায়; ভূতৰ হাঁহিৰ লগত। পমিলাৰ বুকুত আছে অসীম তৃষ্ণা, অসীম বাসনা। পমিলাৰ জীৱনলৈ আন্ধাৰ নামি আহিলেও, জীৱনৰ আঁত তাই হেৰুওৱা নাই, পমিলা নৈ পৰীয়া সমাজৰ শ শ জীৱনৰ সাক্ষী স্বৰূপ।

মৰা নৈৰ পাৰৰ, ধেমাজী গাঁৱৰ এটা দুখীয়া পৰিয়ালত পমিলাৰ জন্ম। সকতেই বাপেক ঢুকুৱাত, মাকৰ মৰম দেউকাৰ তলত তাই লহপহীয়া হ'ল। সেই দিনাৰ কৃষ্ণনটোত, বধুৰ সবল সুস্থ দেহৰ ওপৰত পমিলাৰ চকু পৰিল। বধুৱেও তাইৰ লোদোৰ-পোদোৰ হাতৰ পিতলৰ খাৰুৰ কণু-জুনু শব্দত পালে নুপূৰৰ ধ্বনি। প্ৰথম দৃষ্টিত প্ৰেম জাগিল। টুলুঙা

নাও খনৰ টিঙত উঠি, বঠাৰে আঁচাৰ মাৰি নিয়াত, ৰঘু সুতুকটৈক সৰি পৰিল পানীত। সিপাৰৰ ঘাটত কাপোৰ ধুই থকা পমিলাই, খিল খিলকৈ দিলে হাঁহি। এই হাঁহিয়েই সিহঁতৰ কাল হ'ল।

দিন বাগৰি গ'ল, বিড়ি খাবলৈ জুই বিচৰাৰ চলেৰে, ৰঘুৱে হালধৈ যাওঁতে, গৰু চৰাবলৈ যাওঁতে, পমিলা হঁতৰ ঘৰত সোমাবলৈ ললে। পমিলাৰ মাকেও ধুনীয়া ল'ৰাটোৰ মোহনীয় ৰূপত মোহিত হৈ, বাটোদ যোৱা দেখিলে মাতি নি তামোল-চালি যচা হ'ল। অবাৰিত কালৰ গতি পল-পল, দণ্ড-দণ্ডকৈ যাবলৈ ধৰিলে। পমিলাহঁতৰ ঘৰত ৰঘুৰ অবাধ গতি হ'ল। জাতত কুলি হলেও সিহঁতৰ মাৰণ ঘৰত ৰঘুৱে স্থান পালে, আৰু স্থান পালে পমিলাৰ হিয়াৰ গোপন কোণত। দুটি মুগ্ধ, ব্যাকুল হৃদয়ক এনাজৰীৰে সাঙুৰি পেলালে। পমিলালৈ বিহুৰ উপহাৰ, স্নো, পাউদাৰ আৰু গোন্ধ তেলৰ বটললৈ, পমিলাহঁতৰ ঘৰত কোনো এটা পৰবতেই ৰঘু বাদ নপৰা হ'ল। সমাজ ওৰফে শাল চকুৰা মানুহৰ চকু সিহঁতৰ ওপৰত পৰিল। ৰঘুক ঘৰ এৰুৱাব লাগে। সমাজৰ বদনাম নোহোৱাকৈ বুঢ়া হক, ঠেৰা হক, কণা হক, কুঁজা হক—কোনোবা এটালৈ পমিলাক দিব লাগে। সমাজৰ ৰৰমূৰীয়া, পমিলাৰ সমন্ধীয় দদায়েকে দৰা বাছিলে নামলগোৱা গাওঁৰ বংপাইক। কোনোবা এটা ফাগুনৰ দহদিন যোৱাত বংপায়ে বাইজলৈ বুলি পাঁচ পুৰা কোমল চাউল, তিনি মোন গাখীৰ, তিনিটা ঢেকীয়লীয়া গুৰৰ কলহ আৰু তামোল-পাণ এশৰাই আগবঢ়াই, পামলাৰ অসম্মতি সত্বেও, জোৰেৰে পিন্ধাই ঘৰখন পাতিলে। বংপায় যদিও নাৰে-পাৰে বংপায়ে আছিল, তথাপিও বংপাইৰ লগত পমিলাই বং অলপো নাপালে। ৰৰঙ্ক খণ্ডেৰে সৈতে এদিন নিশা পলাই গুছি আহিল মাকৰ ওৰিলৈ। পিচদিনা বংপায়ে শাহুয়েকৰ ওচৰলৈ আহি তাইৰ খবৰ কৰিছিল যদিও তাইক কিন্তু দেখাকে নাপালে। গাওঁৰ দুই-চাৰিয়ে বিচাৰিও পমিলাক নাপালে। পাবই বা কেনেকৈ; দুদিন দুৰাতি কুঁহিয়াৰণী এখনৰ মাজত তাই সোমাই আছিল। পিচত মাকে তাইক বুজাই-বঢ়াইও পঠাব নোৱাৰিলে। বংপায়েও তেনেকুৱা অসতী তিৰোতাৰে ঘৰ পাতি থাকিব নোৱাৰিব বুলি ভাবি, তাইক একেবাৰে এৰি দিলে।.........

সমাজৰ আকৌ সমস্যা হ'ল। ৰঘুৱে নিব লাগিলে, সমাজৰ নাক-কাণ কটা যাব। দদায়েক, গাওঁৰ দুই চাৰিটা লগ লাগি আকৌ দ্বিতীয় বাৰ, নাক-কাতিৰ নদীয়াক সুবিধা কৰি দিলে; পমিলাক ধৰি নিবলৈ। সন্ধ্যা সময়ত নদীৰ পৰা পানী আনিবলৈ যাওঁতে, ঘাটৰ পৰাই নদায়ে ধৰি নি নাক কাতি পোৱালেগৈ। কিন্তু মানুহকটো ধৰি ৰাখিব নোৱাৰি। পমিলাৰ মনক ৰঘুৰ বাহিৰে কোনে ধৰি ৰাখিব। আকৌ পলাল। এই বাৰ মাকৰ ওচৰলৈ নাহিল, আহিল ৰঘুৰ ঘৰলৈ। এসপ্তাহ ধৰি পমিলাক কোনেও বিছাৰি নাপালে। ৰঘুৰ ৰৰঘৰৰ পৰা তাই এসপ্তাহ জুৰি আন্ধাৰৰ বাহিৰে পোহৰ দেখা নাপালে। দুবুকু পৈণত হিয়াৰ বাসনা নিষ্ফল ন'হল। তাই যে ৰঘুৰ ঘৰত, এই কথা দেখা নাই যদিও

মানুহে, ধৰি লৈছিল। কিন্তু যি দিনা ৰঘুৱে বৰষৰ গুৰনী কৰি, যুবতী তৰুণী লৈ তাৰ গৃহস্থালীত হাত দিয়া বাইজৰ দৃষ্টি গোচৰ হ'ল, তেতিয়া পমিলাৰ বিধবা মাকক সমাজে দণ্ড আৰু পৰাচিত কৰি উদ্ধাৰণী লৈহে সমাজত স্থান দিলে। আৰু বাঁৰীৰ ওপৰত সমাজে আইন জাৰি কৰিলে যে জীয়েকৰ ঘৰত গৈ চেঁচাপানী এটোপা খোৱাহে নালাগে, চৌতালৰ আগত ঠিয় হ'ব নোৱাৰিব। জীয়েককো মাকৰ ঘৰত দেখিলে সমাজে উচিৎ ব্যৱস্থা ল'ব। এয়া সমাজৰ আইন আৰু বান্ধোন তাৰ পিচত এটা বছৰ বাগৰি গ'ল। "নিয়তি কেন বাধ্যতে"। নিষ্ঠুৰ নিয়তিয়ে পৰিহাস কৰিলে, বিদ্ৰূপ কৰিলে সিহঁত দুটাৰ প্ৰেমক আৰু ভাগ্যক। চুৰি কেচত পৰি ৰঘু জেললৈ যাব লগা হ'ল। পমিলা হ'ল—অকলশৰীয়া। ৰঘুৰ মাক-বাপেক, ককাই ভাই কোনো নাছিল। যদিও আছিল, তেওঁলোকৰো এখন সমাজ আছিল; পমিলাতো ৰঘুৰ নিজৰ জাতৰ নহয়। পমিলাক সমাজে যেনেকৈ বাদ দিছিল ৰঘুকো সমাজে তেনেকৈ বাদ দিছিল। হাহি উঠা সমাজৰ ব্যৱস্থা। ব্ৰাহ্মণ বা গোঁসাই হৈ কুলি বঙ্গালীৰ মাটি কলহ চুলে চুৱা হৈ যাব; —সিহঁতক চুই ব্ৰাহ্মণ বা গোঁসায়ে গা ধুই পেলালেহে শুচি হয়। এয়াও সমাজৰে ব্যৱস্থা। পমিলা আজি কোনো এখন সমাজলৈ ঘূৰি যাব নোৱাৰে। যাব পাৰে আন্ধাৰ গলিত, সুৰাত মত্ত হৈ থকা সমাজ খনলৈ। এই খন সমাজলৈ বিনা দ্বিধাই নিঃসঙ্কোচে যাব পাৰি ইয়াত বাধা নাই আছে আহ্বান। দিনৰ সমাজত যি কিজনে পমিলাক স্থান দিবলৈ সাহস কৰিব নোৱাৰে, সেই কিজনেই ৰাতিৰ আন্ধাৰত পমিলাক সাদৰি ল'বলৈ দ্বিধা বোধ নকৰে। চৰিত্ৰবান সমাজ খনত পমিলা অকলশৰীয়া হ'লেও চৰিত্ৰ হীন সমাজ খনত পমিলা অকলশৰীয়া নহয়। লোলুপ দৃষ্টি বিলাকৰ পৰা পমিলাই নিজক কিমান দিন ৰক্ষা কৰি থাকিব, তাইকটো ৰক্ষা কৰিবলৈ কোনো নাই। এদিন তাইৰ পৰাজয় হৈ গ'ল, আত্ম সমৰ্পণ কৰিব লগা হ'ল। সেই দিনৰ পৰা পমিলা আজি বেশ্যা। প্ৰেমৰ উচ্চ-মিনাৰৰ পৰা তাই আজি পশ্চাদপসাৰণ হৈ আহিলেও ৰঘুৰ প্ৰতি তাইৰ মৰম ভাল পোৱা অটুট থাকিব। পিশাচ মানুহে তাইঁতৰ প্ৰেমক বাধা দিব নোৱাৰে। পমিলাৰ জীৱন তৃষ্ণাৰ মধু মধু ছন্দত অন্তৰ তৃষ্ণাৰ ছবি যি এদিন উদয় হৈছিল সেই তৃষ্ণা পৃথিৱীৰ ইমূৰ সিমূৰৰ পৰা শ, শ, কামুক আহি চুমাৰে পমিলাৰ দুগাল ওপোচাই দুচলো উজ্জল বুকুত হাত থৈ স্বৰ্গ স্পৰ্শ কৰিলেও তাই জীয়া মৰমৰ জীয়া চুমা ৰঘুৰ বাহিৰে কাকো দিব নোৱাৰে। সমাজৰ বহুতেই পমিলাৰ প্ৰতি মৰমত অন্য এটা তাজমহল সাজিব পাৰে। জেপৰ টকাৰে একে ৰাতিতে ৰজাৰ ৰাণী পাতিব পাৰে আৰু দৰকাৰ হ'লে আনৰ প্ৰকৃত প্ৰণয়ত বাধা দি প্ৰেমৰ বৌৱতী সুঁতিত বিহ ঢালি দিব পাৰে। স্বৰ্গৰ উৰ্ব্বশী মেনকা, যদি বেশ্যা হব পাৰে মৰ্ত্যৰ মানুহ কিয় বেশ্যা নহব।

তহঁতৰ নগৰীয়া মানুহৰ সমাজ বোধ কৰো এখন, কিন্তু আমাৰ গাওঁ বিলাকত গোষ্ঠীয়ে প্ৰতি একোখন বেলেগ বেলেগ সমাজ আছে, এই সমাজ বিলাকৰ মাজত আচাৰ-ব্যৱহাৰৰ

সামঞ্জস্য বব কম। এই সমাজ ব্যৱস্থা কৌটি কালৰে পৰা চলি আহিছে। চৰকাৰে সমাজৰ মাজত থকা হেঙ্গাৰ বোৰ উঠাই দি এক সমাজ গঢ়িবলৈ যি চেষ্টা চলাইছে, সেই চেষ্টা কাগিৰ ব্যৱসায় উঠাই দিলেও যেনেকৈ চোৰাং ব্যৱসায় চলি আছে ঠিক তেনেকৈয়ে সমাজৰ ব্যৱধান বোৰ সদায় থাকিব। ধনী দুখীয়াৰ পাৰ্থক্য যি দিনালৈকে থাকিব সেই দিনালৈকে এখন সমাজ গঠনত অসুবিধা আছে।

পমিলা যিখন সমাজত জন্ম লৈছিল সেই খন সমাজৰ নিয়মবোৰ অন্যান্য উচ্চ সমাজৰ তুলনাত বহুত বেলেগ। সেই খন সমাজত ঘৰজোঁৱাই ৰখাৰ নিয়ম, প্ৰচলিত বিয়া প্ৰায়ে নাপাতেই। জোৱালী ধৰি নিয়াৰ ব্যৱস্থাই বেছি। সিহঁতৰ এজনী জোৱালী জোৰোণ পিন্ধাই ক্ৰমান্বয়ে দুই তিনিটা দৰালৈ দিব পাৰে। যি জনী জোৱালীয়ে বিধি সম্মতে দুই বা ততোধিক পুৰুষৰ সঙ্গ লাভ কৰিলে আমাৰ সমাজে বেশ্যা নামে অভিহিত নকৰে, সেই একেজনী জোৱালীয়ে যদি, অবৈধ ভাবে একতকৈ বেছি হয় তেতিয়া হ'ব বেশ্যা। বেশ্যা নাম লোৱাৰ আগতেই পমিলাই বৈধ ভাবেই দেখোন কেবাডালো গছত বগালে। ইতিপূৰ্বেই তাই দেখোন বৈধ ভাবেই সতীত্ব হেৰুৱালে। তাইটো জীয়াই থাকিবলৈকে সমাজে এটা নহয় দুই তিনিটালৈ জোৰোণ পিন্ধাই হওক যি কোনো প্ৰকাৰে পটাইছিল। তেন্তে পিচত তাই জীয়াই থাকিবলৈকে অভিসাৰিকা হ'ল, এই অভিসাৰিকা হোৱাত সমাজে মন্তব্য দিব কিয়? এই সমাজত তেতিয়া হলে তেওঁলোকে বহু বিবাহৰ প্ৰচলন নব্য সমাজ গঠনৰ পথত আজিও কিয় প্ৰচলন কৰি ৰাখিছে?

সেই ৰাতি এটা বজাত, আঘোণৰ কুৰঁলীক অৱমাননা কৰি, সিহঁতে বাক মুক্ত আদিৰ ওপৰত, অৰ্দ্ধনগ্ন, উন্মুক্ত দেহৰ পোহাৰ মেলিবলৈ বিবেকে সিহঁতক বাধা নিদিলেনে? হয়তো দুৰ্জ্জয় সিহঁতৰ কামনাই, মত্ত অঙ্গৰ পৰিচালনাই, বিবেক শূণ্য কৰি পেলাইছিল, পুৰুষ অঙ্গৰ ওপৰত তাইৰে বেচি আক্ৰোহ নে নাই নাৰী দেহৰ ওপৰত তাহাঁতৰে বেছি মমতা তাৰ ব্যাখ্যা কোনে দিব—নাৰীয়ে দিবনে পুৰুষে দিব? হয়তো উভয়ে দিয়াৰ পাচত এটা নিৰ্দ্দিষ্ট ধাৰণালৈ আহিব পৰা হ'ব। নাৰী আৰু পুৰুষৰ ভোগ লিপ্সা সমান হলেও, পমিলাৰ ক্ষেত্ৰত সেই সময়ত যৌন সম্ভোগৰ স্পৃহা নিশ্চয় নাছিল। আজি পমিলাক জীয়াই থাকিবলৈ যৌন সম্ভোগ নালাগে, লাগে মাত্ৰ জীয়াই থাকিবলৈ এমুঠি ভাত, পিন্ধিবলৈ এডোখৰ কাপোৰ। তাই আজি অকলশৰীয়া, অসহায়। দুমাহৰ আগতে চুৰি কেচত পৰি, গিৰীয়েকৰ দুবছৰ কাৰাদণ্ডত দণ্ডিত। যি জনী পমিলাই গিৰীয়েকৰ পক্ষে আদালতত উঠি অনেক চেষ্টা কৰিও গিৰীয়েকক মুক্ত কৰিব নোৱাৰিলে, সেই জনী পমিলাই আজি জীয়াই থকাৰ আশাত নিজক মুক্ত কৰি, উন্মুক্ত পৃথিৱীৰ দুৰ্দ্ধৰ্ষ মানুহ ৰূপী পশু বিলাকক দেহটো বিলাই দিব লগা হ'ল। অভিসাৰিকা হোৱাৰ আগতেই তাই হয়তো ভাবিছিল, সমাজৰ প্ৰলোভন আৰু পিশাচ মানুহ বিলাকৰ হাত সাৰিবলৈ আত্ম-হত্যা কৰাই ভাল। কিন্তু আত্ম-হত্যা কৰা বেশ্যা বৃত্তি অবলম্বন কৰাতকৈ বেছি পাপ। আত্ম-হত্যা কৰি মহা পাপ অৰ্জ্জনৰ

মূলত যদি তাইৰ শটো পুতি থবলৈও মানুহ নোলাব তেতিয়া হয়টো পৱিত্ৰ শিয়াল, শগুণৰ মুখ তাইৰ অপৱিত্ৰ দেহৰ মাংসই অপৱিত্ৰ কৰিব। তাতকৈ জীয়াই থাকি দুটা এটা সন্তানৰ মুখ দেখা কেতিয়াও বেয়া নহয়, সমহত সিহঁতেই বেশ্যা যদিও, আই বুলি অনাদৰ নকৰিব। পৃথিবীৰ মানুহ নাম ধাৰী প্ৰাণীটোক তাই হাড়ে হিমজুৱে চিনি পায়; মানুহে "সাপ হৈ খোটে বেজ হৈও জাৰে।" তাই যদি আত্ম-হত্যা কৰে তেতিয়া মানুহ বিলাকে সমালোচনা কৰিব "বৰ চেন্টিমেণ্টেল্ কিয় মহা পাপ অৰ্জন কৰিলি জীয়াই থকা হ'লে থুক্তি মাগী এমুঠি গোটাব পাৰিলিহেঁতেন" জীয়াই থাকিলেও সমালোচনা— মৰিলেও সমালোচনা। মানুহৰ এই সমালোচনাৰ হাত সৰাৰ উপায় নাই। মানুহে আত্ম-হত্যা কৰিব লগা হয় কিয়? অকল মানুহৰ কাৰণেই। ঈশ্বৰৰ ওপৰত অভিযোগ কৰি কোনোবাই আত্ম-হত্যা কৰিলেও—মূল অভিযোগ, অসন্তুষ্টি মানুহৰ ওপৰত। মানুহক আত্ম-হত্যা কৰিবলৈ ঈশ্বৰে বাধ্য নকৰাই, কৰাই মানুহে। আত্মাৰৰ গয়না লৈ যি বোৰ মানুহে পমিলাৰ বিছনাত বহিবলৈ সঙ্কোচ নকৰে সেই বোৰ মানুহেই দিনত বিচাৰকৰ আসনত বহি আত্ম-হত্যা কৰিবলৈ চেষ্টা কৰাৰ অপৰাধত পমিলাক দণ্ডিতা কৰিব। কিন্তু জীৱিকাৰ বাট এটা দিব জানো? এক মাত্ৰ সহায় গিৰীয়েক সশ্ৰম কাৰাদণ্ডৰ পাচত এজনী নিঃসহায় অবলাৰ কি গতি হ'ব, এই ক্ষুদ্ৰ মান কথাটো কোনোবাই ভাবি জানো চাব! হয়তো কিছুমানে এনে দৰে ভাবি চাব যেতিয়া দিনৰ পোহৰত পমিলা হৈ দুৱাৰ মুখত উঠি ক'ব "দেউতা কি হয় চাউল-পাত এমুঠি দিয়ক।" বিবেচনা কৰিব, হয়তো হৈ দিব "যা যা গাভৰু মানুহ কাম বন কৰি খাব পাৰ।" পমিলাৰ পশ্চাদপসৰণৰ পাচত ক'ব "ৰাতি হলে দেখৰ বাৰ ধহুৱা বোৰৰ লগত, দিনত থুক্তি খোৱাব ভাও দেখুৱাবলৈ আহ।" যিটো নকৰাকৈয়ে মানুহে কৰিছে বুলি ভাবি লয় তেতিয়া হলে মানুহে ভৱাটো কাৰ্য্যত পৰিণত কৰিলেনো ক্ষতি কি? নহলে মানুহৰ ভাল গুণ বিলাক প্ৰকাশ কৰিবলৈ বহুত বছৰ লাগিব হয়তো মৰি যোৱাৰ পিচতহে— যিহেতু মানুহে সদায় প্ৰথমে বেয়া ফালটোহে দেখে। পমিলাই এই বেয়া ফালটো কিয় ল'লে সেই বিষয়ে পমিলাই নিজে দিয়া বহুত যুক্তি আছে আৰু সেই যুক্তি বিলাকৰ মহো সপক্ষে। যদিও মই মনিমালাৰ সপক্ষে, তথাপিও সেই দিনা যে সিহঁতৰ ভুল হোৱা নাছিল, সেই কথা মই অস্বীকাৰ নকৰো। মনি—পমিলাৰ চৰিত্ৰত ঘুণ কেতিয়াৰ পৰা লাগিল বুলি ধৰিবি? বঘুলৈ যোৱাৰ আগৰ পৰানে পিচৰ পৰা? পমিলা অশিক্ষিত; তাইৰ বিষয়ে খবৰ কাগজত ডাঙৰ ডাঙৰকৈ লিখি প্ৰচাৰ কৰিলেও তাই পঢ়িব নাজানে। পঢ়া শুনা নজনা মানুহে বেশ্যালীৰ টেঙনালী খটুৱাব পাৰে বুলি মই নাভাবো। সিহঁত চিধা; বেঁকা বেকি কৰে অসৎ চৰিত্ৰৰ মানুহ বিলাকে। পমিলাই জানে গাগৰী ভৰাই লৈ ঘাটৰ পৰা পানী আনিব, এবে দিনাই চাৰিপুৰা উথুৱা ধান ছুপৰাল পেলাই থ'ব আৰু জানে এজনক মাত্ৰ হিয়া উবুৰিয়াই দি আঘোণ মহীয়া পথাৰত ধান দাব।

কিন্তু সেই দিনা সিহঁতৰ অলপ ভুল হৈ গৈছিল। সিহঁতৰ সেই বাত্তিৰ আঁচনিত খুঁত আছিল নহলে মাজু দাদাৰ বিয়াৰ পানী তুলিবলৈ যোৱা আমাৰ লৰিখনৰ লাইটৰ পোহৰ গাৱঁৰ ৰাস্তাৰ পৰা বাজ আলিত লম্ব ভাবে পৰোতে, সিহঁতে নিশ্চয় দেখিছিল। আমি গাৱঁৰ ৰাস্তা এৰি ৰাজ আলিত উঠোতেহে সিহঁতক দেখা পাইছিলো। ৰাতি অসংখ্য বেয়া কাম কৰা মানুহ বিলাক দিনত প্ৰায়ে সুন্দৰ, চৰিত্ৰত অলপো খুঁত নাই। তই হয়তো কবি আমাৰ আভৰণৰ তলত যি বোৰ অঙ্গ প্ৰত্যঙ্গ আছে সেইবোৰ সকলোৰে আছে; সেই বুলি আমিটো নগ্ন হৈ থকা নাই। আমাৰ লাজবোধ নাই জানো? হয়তো লাজ বোধ পমিলাহঁতৰো আছিল, কিন্তু সিহঁতে নাজানিছিল গাড়ীখন উজাই আহিবনে ভটিয়াই যাব; সিহঁতে তাক ধৰিব নোৱাৰিলে লগে লগে সময়ও নাপালে। অৱশ্যে এনে এটা গুপ্ত আৰু যৌন ইতিহাস পমিলা হঁতৰ বাত্তিৰ আন্ধাৰে নিদিলে কোনে দিব?







"..শতাব্দী ধৰি গোটখাই থকা সমাজৰ আবৰ্জনা ধুই সমাজক নিৰ্ম্মল আৰু পৱিত্ৰ কৰিবলৈ এক প্ৰলয়ৰ আতি আৱশ্যক হৈছে।"

—সুন্দৰ কোঁৱৰ—





......তুমি সমাজৰ চকুত লাঞ্ছিতা হ'বা আৰু লগে লগে মোৰো Prestige ত আঘাত পৰিব ; তেনে হ'বলৈ মই কেতিয়াও দিব নোৱাৰো.........

......"দুৰ্ব্বলতাৰ সুযোগ লৈ তেওঁ তোমাকে মোকে হাত কৰিছিল আৰু গাৰ চেকা গুছাবলৈ মোক চলনা কৰি যোৱা নিশা বিহ খুৱাই হত্যা কৰিলে———মই তোমাৰ মা নহয়, মাৰৰ আত্মাহে".........

শেহ নিশা.......।

সি দুৱাৰখন খুলি বাহিৰলৈ চালে। পাতল আন্ধাৰে আৱৰি ৰখা অস্পষ্ট পৃথিৱীখনৰ একোৱেই তাৰ চকুত নপৰিল। ঘৰৰ নিচেই কাষতে বহুনিশালৈকে গান আৰু নাচোনেৰে মুখৰিত কৰি ৰখা প্ৰকাণ্ড বঙলাটো তেতিয়া একেবাৰে নিস্তব্ধতাৰে আৱৰি ধৰিছিল।

"মা.......।"

কোঠালিটোৰ মজিয়াত পৰি থকা মাকৰ দেহাটোৰ কাষলৈ গৈ সকটৈ সি এবাৰ মাত দিলে।

কোনো উত্তৰ নাই।

.......যোৱানিশা সেই অফিছাৰজন আগৰ দৰেই আহিছিল আৰু তাৰ মাকৰ লগত আগৰ দৰেই কিবা কিবি কথা পাতি গলগৈ। তেওঁ ওলাই যোৱাৰ অলপ পিচতেই তাৰ মাক মজিয়াত পৰি গ'ল...... ...।

সি একোৱেই বুজিব নোৱাৰিলে। কিবা এটা যেন ঘটি গ'ল। মাকৰ মুখটোত হাতখন থৈ দেহাটোৰ কাষতে সি বহি পৰিল।

# ঃ অবুজ সন্তান সিঃ

প্ৰভাত শৰ্ম্মা।
বি, কম, পৰীক্ষাৰ্থী

"মা, তুমি শুই আছা কিয়......?"

তাৰ উচুপনীয়ে সৰু কোঠালীটোৰ নীৰৱতাখিনি ভঙ্গ কৰি তুলিছিল। কোঠাটোত জ্বলি থকা লেমৰ পোহৰত সি মাকৰ মুখ খনলৈ এবাৰ চালে। "অলপ পৰৰ পিচতেই ৰাতি পুৱাব...। মা, নিশ্চয় আগৰ দৰেই সাৰ পাই উঠিব। তেতিয়া তেওঁ বাৰু গোটেই নিশা মাটিত পৰি থকা কাৰণে কি বুলি ভাবিব......?"

.........কিন্তু, কিবা এটা যেন ঘটি গ'ল।

ইমান মত্তা সত্বেও তেওঁ বাক কিয় সাৰ পোৱা নাই। "মা..........।" এইবাৰ সি জোৰেৰে চিঞৰি মাকক উঠাবলৈ যত্ন কৰাত লাগিল। সি খুব আচৰিত অনুভৱ কৰিলে। তেওঁৰ গাটো একেবাৰে শিল যেন চেঁচা হৈ গৈছে। গোটেই শৰীৰ-টোলৈ যেন এটা জঠৰতা আহি পৰিছে। শেষত সি মাকৰ বুকুত মূৰটো গুজিদি উচুপি উচুপি শুই পৰিল।

হঠাৎ কাৰবাৰ মাত এষাৰত সি সাৰ পাই উঠিছিল। মূৰটো দাঙিয়েই তাৰ চকুত পৰিল—গুচৰৰ বস্তুলাটোত থকা আগনিশা অহা অফিচাৰ জন। তেওঁক দেখিয়েই সি কিবা এটা কব খুজি বৈ গ'ল। হাতত ছুৰন কোৰ লৈ তেওঁৰ পিচফালে আৰু দুজন মানুহে থিয়দি আছেঁ এজেথৰে চাই থকা তাৰ চকুত পৰিল।

"বাছা...... ...।"

তাৰ নিচেই কাষলৈ গৈ মানুহ জনে তাক কোলাত তুলি ল'লে।

"মাৰক এৰি দিয়া। তেওঁক নিবলৈ দিয়া—তেওঁলোক আহিছে।"

সি কিবা এটা কব খুজিছিল। কিন্তু অফিচাৰ জনে তাৰ মুখ খন বুকুত গুজি দি মৰম কৰি কৰি বাহিৰলৈ লই গ'ল। "তুমি নেকান্দিবা। তোমাৰ মাৰক সৌ মানুহ দুটাই নিবলৈ আহিছে—মহো লগত যাব লাগিব।"

তাক বাহিৰৰ কোঠাটোত কোলাৰ পৰা নমাই তেওঁ মানুহ দুটাই মাকক যি ফালে লৈ গৈছিল, সেই পিনে বেগাই গুছি গ'ল। শেহ নিশাৰ পাতল আন্ধাৰৰ মাজত তেওঁ নিমিষতে তাৰ চকুৰ আঁৰ হৈ পৰিল।

পাচ বছৰীয়া সৰু ল'ৰাটোৰ কাৰণে ই এটা অতি জটিল মুহূৰ্ত হৈ পৰিছিল। একো বুজিব নোৱাৰা ঘটনাবোৰ সি বুজিবলৈ চেষ্টা কৰি শেষত ফেকুৰি ফেকুৰি কান্দি পেলালে, আৰু মাকক বিচাৰি একেবাৰে শোৱান কোঠা-টোলৈ আহিল।

কিন্তু তেতিয়া বহুত পলম। হয়তো সিমান পৰে সেই মানুহ দুটাই দেহাটো পুতিবলৈ মাটি খন্দাত ব্যস্ত হৈ পৰিছিল।.........

বিছনা খনত পেট পেলাই, শুই সি গাকটোত মূৰটো গুজি দি উচুপি উচুপি মাকৰ কথাকে ভাবিবলৈ ধৰিলে। "..........কিয় বাক সিহঁতে লই গ'ল......! নিশ্চয় তেওঁ 'মাক' লগত লৈ আকৌ আহিব। এইবাৰ হয়তো তেওঁ আৰু টোপনিয়াই নেথাকে।"

..........যোৱা নিশা তেওঁ আহি তাৰ মাকক মাতিছিলহি। দুৱাৰ খন খুলি দিয়াত তেওঁ সোমাই আহিল। তাৰ পিচত কিবা কিবি কথা পতাৰ পিচত সৰু 'বোটল' এটা তেওঁ জেপৰ পৰা উলিয়াই মাকলৈ আগবঢ়াই দিলে।

"..........চিন্তাৰ কোনো কাৰণ নাই। ই পাপ নহয়। মানুহ মাত্ৰেই ভুল কৰা স্বাভাৱিক। সেই ভুলৰ কাৰণে চিন্তা কৰি থাকিলেহে পাপ হয়......। আজিৰ সমাজত এইবোৰ দৈনন্দিন একোটা সৰু সৰু ঘটনাহে বুলি ধৰিব লাগে। কাৰণ সমাজে তোমাক একো দিব নোৱাৰে। তুমি যদি এনে উপায় নোলোৱা, তুমি সমাজৰ চকুত লাঞ্ছিতা হবা আৰু লগে লগে মোৰো Prestige ত আঘাত পৰিব। তেনে হবলৈ মই কেতিয়াও দিব

নোৱাৰো………. ।" তেওঁৰ কথাবোৰ যদিও সি স্পষ্ট ভাবেই শুনিছিল, তথাপিও প্ৰতিটো শব্দই তাৰ কাণত একেবাৰেই অবুজ সাঁথৰ হৈ ৰইছিল ।……অবুজ সন্তান সি।

শেষত মাকৰ মুখত 'বটল'টো বাকি দি তেওঁ শুহি গৈছিল।

তাৰ সৰু মনটোত যেন হঠাতে কিবা এটা খেলাই গ'ল। 'অফিচাৰ' জনৰ প্ৰতি তাৰ এটা সন্দেহৰ ভাৱ জাগি উঠিল। সি অনুভৱ কৰিলে যেন আগনিশা 'অফিচাৰ' জনে যেতিয়া 'বটল'টো তাৰ মাকৰ মুখত ঢালি দিব খুজিছিল। হাত দুখনেৰে মাকে যথেষ্ট বাধা দিয়া সত্বেও তেওঁ একো শুশুনি জোৰেৰে ঢালি দিছিল।

তাৰ পিচত তেওঁ গ'ল গৈ।

মাকে উচুপী উচুপী কান্দি উঠিছিল।…

তাৰ দৃষ্টিৰ আগত ঘটি যোৱা অবুজ ঘটনাবোৰৰ সি একোৱেই উৰা দিহ উলিয়াব নোৱাৰিলে। মাত্ৰ জটিলতাৰ মাজলৈ তাৰ সৰু মনটোৱে তাক ঠেলিছে লই গ'ল। দেখাত ইমান মৰমীয়াল যেন লগা মানুহজনে তাৰ মাকৰ কেতিয়াও একো অনিষ্ট নকৰে বুলিয়েই সি বিশ্বাস কৰিছিল।

তেওঁ সদায় আহিছিল—। মাত্ৰ কিছু-দিনৰ আগত যেতিয়া তাৰ এবাৰ ভীষণ টান বেমাৰ হৈছিল তেতিয়াই তেওঁৰ লগত প্ৰথম চিনাকিৰ সূত্ৰপাত হৈছিল। তাৰ মাকে, সোণৰ বস্তু যি আছিল পইচাৰ অভাৱত বেচি দিছিল। তাৰ পিছতো যেতিয়া তাৰ বেমাৰ ভাল হৈ উঠিল—সেই মানুহ জনেই নিজে আহি তাৰ মাকক টকা দিছিলহি। তাৰ পিচৰে পৰা তেওঁ সদায় আহিবলৈ আৰম্ভ কৰিছিল, তাক কোলাত লৈছিল আৰু মাকৰ লগত কথা পাতিছিল। কিন্তু…………….।

সি একোৱেই বুজিব নোৱাৰিলে।

মাকৰ অনুপস্থিতিত সি খুব অশান্তি বোধ কৰিবলৈ ধৰিলে। কিবা এটা যেন নাই নাই। ঘৰখন যেন কোহ পৰি জীন গ'ল। কেৱল নিভনা ধনৰ ওপৰত তাৰ থৰমৰণি আৰু উচুপনী। সি ঘনে ঘনে মাক অহাৰ আশাত দুৱাৰমুখলৈ চাবলৈ ধৰিলে। কিন্তু বাহিৰৰ অন্ধকাৰত একোৱেই চকুত নপৰিল। এবাৰ চকু ঘূৰাই আনোতেই তাৰ চকুত পৰিল—আগ নিশা সেই মানুহজনে অনা সৰু বটলটোৰ ওপৰত।

সি লাহে লাহে বিছনাখনৰ পৰা নামিল আৰু বটলটো তুলি ললে। লেম্পৰ পোহৰত তাৰ চকুত পৰিল—'বটল'টোৰ তলিত সেউজীয়া পনীয়া বস্তু খিনিলৈ।……….এই খিনিয়েই মাকক তেওঁ খাবলৈ দিছিল আৰু খোৱাৰ পিচতে তাৰ মাক ঢলি পৰিছিল।

সি চাৰিও ফালে চালে—ক'তো কোনো নাই।

অফিচাৰ জন আৰু সেই মানুহ দুটা তেতিয়াও উলটি অহা নাছিল।

অজানিতে 'বটল'টো মুখৰ ওচৰলৈ দাঙি নি সি কিবা এটা ভাবিলে।

"……….মাৰ সি হ'ল……মোৰো যেন সেয়ে হওক……… ।"

"……সোণ,…… ।"

হঠাৎ পিচফালৰ পৰা অহা মাকৰ মাত-যাবত সি চক্ খাই উঠিল।

"মা,......"

সি চিঞৰি উঠিল আৰু পিচফালে চালে। কিন্তু কোনো নাছিল। সকলোবোৰেই আগৰ দৰেই আছিল। আধা মেলা দুৱাৰখনো ঠিক আগৰ দৰেই আছিল। কোনো অভাব চিন নাই।

এই বাৰ সি বটলটো আকৌ মুখৰ ওচৰলৈ নিলে আৰু ওঁঠ দুখন মেলি দিলে।

"সোণ,........।" কাৰবাৰ হাতৰ স্পৰ্শত এই বাৰ তাৰ হাতৰ 'বটল'টো পকাত পৰি চূৰ্ণ বিচূৰ্ণ হৈ গ'ল। সি পুনৰ ঘূৰি চালে।

অলপ দূৰত, তাৰ মাকে তালৈকে চাই আছিল। তেওঁৰ দুচকুত নিজৰি অহা লোটকৰ ধাৰ। সি দৌৰি গৈ মাকক সাৱটি ধৰিব খুজিছিল। কিন্তু মাক আঁতৰি আন ঠাইত থিয় দি ৰল।

'শুনা সোণ,......। তুমি বেজাৰ নকৰিবা। তুমি নিচেই সৰু হ'বা, সোণ......।"

সৰু সৰকৈ, অস্পষ্ট ভাবে খোকাখোকি মাতেৰে তেওঁ কথাবোৰ কবলৈ ধৰিলে।

"অকিছাৰ জনক তুমি কেতিয়াও বিশ্বাস নকৰিবা। দুৰ্ব্বলতাৰ সুযুগ লৈ তেওঁ তোমাকে মোকে হাত কৰিছিল আৰু গাৰ চেকা গুচাবলৈ মোক চলনা কৰি যোৱা নিশা বিহ খুৱাই হত্যা কৰিলে।"

অলপ বৈ তেওঁ চাৰিও ফালে চালে আৰু কলে, "শুনাচোন,......। তুমি যেতিয়া ডাঙৰ হবা, সৌ দেৱালৰ ভিতৰত মোৰ এখন চিঠি আছে—পঢ়িলেই সকলো কথা জানিবা। মই তোমাৰ মা নহয়—তোমাৰ মাৰাৰ আত্মাহে। তুমি মোক নেদেখিলেও মই তোমাৰ সদায় ওচৰতে থাকিম সোণ। তুমি যদি মোৰ কাৰণে কন্দা দেখো—মই খুব দুঃখ পাম, সোণ। মানুহ জন্ম হলেই মৃত্যু হয়......।"

"তোমাক তেওঁ মাৰি পেলালে?"......

"ওঁ, তেওঁ মোক বিহ খুৱাই হত্যা কৰিলে।"

"কিহৰ কাৰণে...?"

"তুমি নিচেই সৰু সৰা।" তেওঁ আকৌ ক'লে।—"এতিয়া সেই বোৰ একোৱেই নুবুজা সোণ।—মই লিখি থৈ যোৱা চিঠিখন তুমি ডাঙৰ হলে পঢ়িবা—তেতিয়া সকলো বুজিবা। কিন্তু, সোণটি মোৰ তুমি যদি তেতিয়া কাৰোবাৰ অনিষ্ট কৰিব খোজা মই বৰ দুঃখ পাম। কোৱা কৰিবা নেকি?..."

মাকৰ মুখলৈ মাথো সি অবুজ ভাবাৰ কথাবোৰ শুনি শুনি ভেবা লাগি চাই ৰইছিল।

"কোৱা। তেওঁৰ তুমি...।"

"নাই মা, কাৰো মই অনিষ্ট নকৰো।"

"শুনা' মই যাওঁ। তেওঁলোকে মোৰ দেহাটো পুতি থৈ উলটি আহিছে ..।"

"মা...।"

সি মাকক নেদেখি চিঞৰি কান্দি পেলালে। কিন্তু পিচ মুহূৰ্ত্তত মাকৰ মাতষাৰ তাৰ কাণত পৰিল।

"...তোমাক মই কি কইছিলো, সোণ? তুমি বেজাৰ নকৰিবা—মই সদায় তোমাৰ ওচৰত থাকিম।

জগত মানুহ দুটাৰ সৈতে পিচফালৰ দুৱাৰ খন খুলি তেওঁ সোমাই আহিল।

"অ' তুমি...। কি কৰিছা? শুই নেথাকিলা কিয়?"

ল'ৰাটোৱে যেন একো উত্তৰ দিয়াৰ আৱশ্যক বোধ নকৰিলে।

"অলপ পিচতে মোৰ চাকৰ ল'ৰাটো আহি তোমাক লই যাবহি। যাবা নেই।"

কথাষাৰ কৈয়েই তেওঁ গুলাই গ'ল।

সি দুৱাৰ মুখলৈ আহি বাহিৰলৈ চালে।

লেত নিশাৰ আন্ধাৰ তেতিয়া আঁতৰি গৈছিল। দূৰৰ আকাশত এটি ৰঙচুৱা চুমাৰ ডাগ। মাকৰ কথাকে ভাবি ভাবি সমুখৰ জন-হীন দীঘল ৰাস্তাটোৰ ফালে কোনোবা অহাৰ আশাত সি চাই ৰইছিল।

---

# ॥ দুঃস্বপ্ন ॥

[ ১৯৬২ চনৰ বয়েবেৰীয়া গল্প প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰেৰে পুৰস্কৃত। ]

শ্ৰীবিজয় প্ৰকাশ বৰুৱা
৪ৰ্থ বাৰ্ষিক ( কলা )

কোঠাটোত সোমায়েই অকণো শব্দ নকৰাকৈ আলফুলকৈ দুৱাৰখন বন্ধ কৰি, কিছু-পৰ দুৱাৰ খনতে আঁউজি লৈ 'কৰুণাই' গোটেই কোঠাটো এবাৰ নতুনকৈ চাই ললে। এবি অহা ঘৰখনৰ মানুহ বোৰৰ প্ৰতি ভক্তিত তাইৰ মুৰ দোঁ খাই গ'ল—। তাইৰ সুখ স্বাচ্ছন্দ্যৰ কাৰণে সেই ঘৰখনে যে কিয়েই কৰা নাই। মাকৰ কথা ভাবি ভাবি তাই আপোন পাহৰা হৈ গৈছিল। তাইৰ মাক জনী বাৰু ইমান হিচাবী হ'ল কেনেকৈ? এৰা! মাকবোৰ এনেকুৱাই—এই খিনি সুন্দৰকৈ কৰিব পৰাতেই তেওঁলোকৰ আনন্দ। এদিন তাইও মাক হৈ যাব। এই খিনি কাম ঠিক এনেকৈয়ে তাইও কৰিব লাগিব। কথাটো ভবাৰ লগে লগে তাইৰ লাজ লাগি গ'ল। কোঠাটোৰ কেউফালে ভয়ে ভয়ে এবাৰ চকু ফুৰালে, জানোচা তাইৰ মনৰ এই কথা খিনি কোনোবাই ধৰিব পাৰিছে? কৰুণাৰ আকৌ হাঁহি উঠিল—নিজৰ মূৰ্খামীত; এতিয়া ইমান ৰাতি তাইৰ কথা শুনিবলৈ বাৰু কোন আহিব? শুবলৈ অহাৰ আগতে মণিয়ে কৈ পঠোৱা কথাবোৰ মনত পৰি তাইৰ ভীষণ লাজ লাগিল। মণী তাইৰ ননদেক। ইমান দুষ্ট এই ছোৱালীজনী। কৰুণা আকৌ সচকিত হৈ উঠিল—মণীয়ে জানোছা বেৰত কাণ দি বৈয়েই আছেহি। নাই ইমান ৰাতি কৈচুৱা এবি মণী আহিব নোৱাৰে তাই নিচিন্ত হ'ল।

করুণা লাহে লাহে ড্রেচিং টেবুল খনৰ কাষলৈ গৈ নিজকে এবাৰ চাই ল'লে। তাৰ পাছত সৰু কুচন খনত বহি খোপাটো লাহে লাহে খুলি কাটাবোৰ এদাল এদাল কৈ উলিয়াই Beauty Box টোত সুমুৱাই থলে। ফণীখন লৈ আলফুলকৈ এবাৰ তাইৰ দীঘল চোঁ খেলি থকা চুলিবোৰত টানি দিলে। হাত দুখন পাছলৈ নি আকৌ খোপাটো বান্ধিব খোজোতেই টান হৈ থকা ব্লাউজটোৰ বুটাম কেইটা আপোনা আপুনি খোল খাই যোৱাত তাই আচৰিত হৈ গ'ল। কোঠাটোৰ কোনেপিনে চকু ফুৰাই ভয়ে ভয়ে তাই নিজৰ বুকুখন চাই ল'লে। করুণাৰ নিজৰে লাজ লাগিল। Powder টিংটোৰ সাফৰখন খুলি তাই বুকু খনত অলপ পাউদাৰ ঢালি দি বুটাম কেইটা বন্ধ ক'ৰি দিলে। তাইৰ এনেয়ে খুব ভাগৰ লগা যেন লাগিল। সৰু টি-পৈ খনৰ ওপৰত থকা আইনাৰ জাৰটোৰ পৰা পানী এগিলাছ লৈ তাই খাই ললে—। হঠাতে চকুত পৰিল—বেৰত আৰি থোৱা প্ৰকাশৰ ফটো খনত। কৰ নোৱাৰাকৈয়ে তাই ফটো খনৰ কাষ পালেগৈ। ইমান ধুনীয়া এই প্ৰকাশটো। তাইৰ খং উঠি গ'ল—প্ৰকাশটোৱে কেনেকৈ একেবাহে তাইলৈকে চাই আছে। তাই এনেয়ে এবাৰ নিজৰ কাপোৰ কানি বোৰ চাই ললে। ফটো খন বেৰৰ পৰা নমাই আনি করুণা লাহে লাহে প্ৰকাশ শুই থকা পালেং খনৰ কাষ চাপিল। কেঁচুৱাৰ দৰে কুছি মুছি শুই থকা প্ৰকাশক দেখি করুণাৰ হাঁহি উঠি গ'ল। বগা নেটৰ আঁঠুৱা খন লদত্তাকৈয়ে ফটো খনৰ লগত করুণাই প্ৰকাশক মিলাই চালে। অকণমান এটা কেঁচুৱাৰ দৰে শুই থকা প্ৰকাশটোলৈ তাইৰ অত্যন্ত মৰম লাগিল। পালেং খনৰ কাষৰ পৰা আহি করুণাই ফটো খনতে দুটা চুমা খাই ফটো খন বুকুৰ মাজত সাবটি লৈ গ'ল। তাইৰ কাণ দুখন ৰঙা হৈ উঠিল। তাইৰ মনত পৰিল আজি তাইৰ জীৱনৰ ফুল শয্যাৰ প্ৰথম ৰাতি। প্ৰকাশৰ এই অস্বাভাবিক উদাসীনতাত তাইৰ খং উঠি গ'ল। নীলা লাইটটোৰ পোহৰ খিনিত করুণাই আকৌ এবাৰ প্ৰকাশক চাই ললে। এইবাৰ তাই অনুমান কৰিলে প্ৰকাশ যেন এটা পঙ্গু। প্ৰকাশৰ এই পৌৰুষত্বহীন পঙ্গু ৰূপটোৰ কল্পনাত করুণা জীকাৰ খাই উঠিল। করুণাৰ মনত পৰিল কত দিন তাই এই ৰাতিটোৰ কল্পনাতে নিজক হেৰুৱাই পেলাইছিল; এৰি অহা কত ৰাতি এই দিনটোৰ কল্পনা কৰি শুই থকা গাৰুটোকে সাৱটি সাৱটি করুণা লাজত কুচি মুচি মৰি যোৱা যেন হৈছিল। তাই আজি আশা কৰিছিল তাই অহাৰ লগে লগে প্ৰকাশে তাইক আদৰি আনিব। করুণাই প্ৰকাশৰ কাষত বহিবলৈ লাজ কৰিলে প্ৰকাশে মৰমৰ দাবীৰে তাইক টানি আনি নিজৰ কাষত বহুৱাই লব, মৰমৰ অত্যাচাৰত লেউ-সেউ হৈ তাই কুচি মুছি প্ৰকাশৰ বুকুৰ মাজত সোমাই পৰিব। তাৰ পাছত......। তাই আৰু ভাবিব নোৱাৰা হৈ যায়। কিন্তু আজি প্ৰকাশে কৰিছে কি! করুণাৰ আশা-বোৰ, তাইৰ কল্পনাবোৰ নিষ্ঠুৰ ভাবে ঠেলি দি সৌটো প্ৰকাশ নিৰ্বিকাৰ ভাবে শিশুৰ দৰে শুই আছে। করুণাৰ উপস্থিতিৰ কথা যেন তাৰ কোনো দিনেই মনত নপৰিব। করুণাই প্ৰকাশৰ ফটো খন আগৰ ঠাইত আঁৰি থৈ আকৌ ড্রেচিং

টেবুল খনৰ কাষ চাপি নিজকে এবাৰ চাই ল'লে। কৰুণাই নিজকে বৰ অকলশৰীয়া যেন অনুভব কৰিলে—তাইৰ দীঘল চকুযোৰ চলচলীয়া হৈ উঠিল—; তাইৰ বুকুখনত যেন এজুৰা জুই হে জ্বলিছে। কৰুণাৰ ওঁঠ দুটা কঁপি উঠিল। লৰালৰিকৈ মুখ খন দুই হাতেৰে ঢাকি কৰুণা বহি পৰিল। তাইৰ গোটেই শৰীৰটো কঁপিবলৈ ধৰিলে। উচুপি উচুপি তাই মাথো কান্দিলে—। এৰি অহা দিনবোৰৰ কথা মনত পৰি কৰুণাৰ আৰু বেজাৰ লাগিল। তাই কেৱল প্ৰকাশৰ কথাকে ভাবিলে। কলেজত থাকোঁতেই বাসন্তীসুত ওলোৱা প্ৰকাশ হুৱৰাৰ গল্প, কবিতা কৰুণাই পঢ়িছিল—। সেইবোৰ পঢ়ি পঢ়িয়েই চকুৰে নেদেখা প্ৰকাশৰ প্ৰতি তাই আকৰ্ষিত হৈছিল। তেতিয়া কৰুণাই কল্পনাও কৰিব পৰা নাছিল যে, সেই প্ৰকাশ হুৱৰা নামৰ মানুহটো ইমান নিষ্ঠুৰ হব। কৰুণাৰ লগৰ ছোৱালী বোৰে প্ৰকাশক নাৰী-বিদ্বেষী, উৎকট ফ্ৰয়দবাদী বুলি সমালোচনা কৰা তাই শুনিছিল। তাই নিজেও ভাবিছিল প্ৰকাশ হুৱৰা মনো-বিশ্লেষণ কাৰী ফ্ৰয়দৰ অনুৰক্ত বুলি—। ভাবি চাই ভাল পাইছিল, আচৰিত হৈছিল। ছোৱালী হৈ ছোৱালীৰ অন্তৰৰ যি বোৰ ভাব অনুভূতিৰ কথা তাই নিজেই নাজানে সেই সত্য কথা থিনি প্ৰকাশে বাৰু ইমান সুন্দৰকৈ কেনেকৈ জানে? সেই প্ৰশ্নৰ উত্তৰ তাই আজিও পোৱা নাই। কৰুণাই ভাবিছিল বিয়াৰ পাছত তাই প্ৰকাশক এনেকুৱা বহুত প্ৰশ্নেৰে ব্যতি-ব্যস্ত কৰি তুলিব। কৰুণাৰ লগৰ ছোৱালীবোৰে মৌখিক ভাবে প্ৰকাশক সমালোচনা কৰিলেও-কাৰেও তাৰ যুক্তি খণ্ডন কৰি মাত মাতিবলৈ সাহস কৰা নাছিল। তাই জানে সত্য কথা বোৰ সদাই অপ্ৰিয় হয় বুলি। ছোৱালী বোৰৰ এই পুতৌ লগা অৱস্থাটো দেখি কৰুণাই তেতিয়া গৰ্ববোধ কৰিছিল। প্ৰকাশ আছিল সত্যৰ পূজাৰী বাস্তববাদী সাহিত্যিক—। বাস্তৱ সত্যক ওৰণীৰ তলত ঢাকি ৰাখিবলৈ প্ৰকাশে কোনো দিনেই চেষ্টা কৰা নাছিল। কৰুণাৰ মনত পৰিল তাইৰ সহপাঠী 'মীৰাই' কোৱা এবাৰ কথা—। "বুজিছ কৰুণা, সাহিত্যিক বোৰৰ বাস্তৱ জীৱনবোৰ বৰ নিৰস—। তেওঁলোকে আনৰ জীৱনৰ খবৰ বিচাৰি ঘূৰি ফুৰোতে নিজৰ জীৱনটোৰ প্ৰতি বৰ উদাস হৈ পৰে; একেবাৰে নিৰ্বিকাৰ হৈ পৰে—আনৰ জীৱনৰ প্ৰেম, ভাল পোৱা আদি বোৰৰ তুলনামূলক ব্যাখ্যা দিওঁতে দিওঁতে তেওঁ-লোকে নিজৰ জীৱনৰ প্ৰেম, ভালপোৱা আদি বোৰ হেৰুৱাই পেলায়। অন্য জীৱনৰ ছবি আঁকোতে আঁকোতে নিজৰ জীৱনৰ ছবি আঁকিবলৈ তেওঁলোকৰ ৰং নাইকীয়া হৈ যায়গৈ মই সাহিত্যিক সকলক শ্ৰদ্ধা কৰো—তেওঁলোকৰ প্ৰতি মোৰ পুতৌ আছে; কিন্তু মই কোনো দিনেই কোনো সাহিত্যিকক মোৰ জীৱনৰ সঙ্গী হিচাবে বৰণ নকৰো।" সেইদিনা কোনো প্ৰতিবাদ নকৰাকৈয়ে মীৰাৰ কথাবোৰ কৰুণাই শুনি গৈছিল। আজি কিন্তু মীৰাক তাইৰ চিঞৰি চিঞৰি কবৰ মন গৈছে "সেইদিনা তোৰ কথা-বোৰ যদি মই তোৰ খেয়ালী মনৰ অহৈতুক বিদ্বেষ বুলি ধৰি নললোহেঁতেন এই ভুল পথ মই কেতিয়াও বাছি নললোহেঁতেন মীৰা। মইও সুখত থাকিব পাৰিলোহেঁতেন। এই পথৰ পৰা তই মোক কিয় বিৰত নাৰাখিলি মীৰা!"

মীৰাকেই যেন কৰুণাই তাইৰ এই সৰ্ব্বনাশৰ কাৰণে জগৰীয়া কৰিব। যিদিনা কৰুণাৰ মাকে প্ৰকাশৰ লগত তাইৰ বিয়াৰ কথা কৈ তাইৰ সন্মতি বিচাৰিছিল সেই দিনা কিয় বাৰু তাই বোবা হৈ গৈছিল? কিয় তাই নিৰৱে সমৰ্থন জনাইছিল? কৰুণাই জানে তাই আপত্তি কৰা হ'লে তাইৰ মাক-বাপেকে এই বিয়া কেতিয়াও হবলৈ নিদিলেহেঁতেন। তেন্তে দোষ কাৰ? কিন্তু তাই কেনেকৈ জানিব যে যিজন মানুহে নাৰী জীৱনৰ প্ৰতি ইমান সহানুভূতি দৰ্শাই আহিছে সেই জন মানুহ ইমান নিষ্ঠুৰ হব পাৰে? তাই কেনেকৈ বুজিব যে তাইৰ অন্তৰৰ নাৰী সুলভ কামনা বাসনা বোৰক ইমান নিষ্ঠুৰ ভাবে প্ৰকাশে উপেক্ষা কৰিব? ফুল শয্যাৰ প্ৰথম ৰাতি তাইৰ নিচিনাকৈ অৱহেলিত হৈ থাকিবলৈ কোনো ছোৱালীয়েই বাঞ্ছা নকৰে। কৰুণাই তাইৰ জীৱনৰ সকলো পবিত্ৰতাৰে প্ৰকাশকে তাইৰ জীৱনৰ প্ৰথম পুৰুষ হিচাপে স্বীকৃতি দিছিল—আদৰি লৈছিল। প্ৰকাশক লৈ বিয়াৰ আগতে তাই অযুত সপোন ৰচনা কৰিছিল। জীৱনৰ সকলো খিনি সৰলতাৰে তাই এই ৰাতি-টোৰ কাৰণে নিৰৱে নিশ্চুপে অপেক্ষা কৰিছিল আঙুলীৰ আগত দিন লেখি লেখি। তাৰ বিনিময়ত তাই আজি পাইছে কি? কৰুণাৰ নতুন জীৱনৰ এই প্ৰথম পদক্ষেপতেই আউল লাগি গ'ল। তাই এবাৰ নিজৰ কপালকে দোষ দিলে। কৰুণাই প্ৰাৰ্থনা জনালে ভগৱানৰ প্ৰতি। "হে ভগৱান! মোৰ নিচিনা অৱস্থাৰ মাজলৈ যেন কোনো ছোৱালীকে আগ বঢ়াই নিদিয়া প্ৰভু!" এটা কৰুণ অৱসাদে কৰুণাৰ মনটো গধুৰ কৰি তুলিছিল তেতিয়া—। তাইৰ মন গ'ল বাহিৰৰ আন্ধাৰ পৃথিৱীখন চাবলৈ—। কিমান ৰাতি হৈছিল তেতিয়া কৰুণাই কব নোৱাৰে। ইচ্ছা কৰিয়েই তাই ঘড়ীটো নাচালে। ঘড়ীৰ কাটাৰে জুখি মাখি গঢ়ি তোলা জীৱনটোৰ মূল্য তাইৰ মনৰ পৰা তেতিয়া হেৰাই গৈছিল। খিৰীকী খনৰ কাষলৈ গৈ নতুন পৰ্দ্দাখন কোঁচাই দি হুকটো কৰুণাই খুলি দিলে। ভিতৰৰ পোহৰ খিনি ভাল নলগাত তাই লাইটটো অফ্ কৰি দিলে—। লোহাৰ ৰড্ দুডালত ধৰি তাই সীমা-হীন আকাশ খনৰ বহুত দূৰলৈ চাই পঠিয়ালে। কৰুণাৰ চকুত পৰিল—এটা ক'লা ডাৱৰৰ মাজৰ পৰা ওলাবলৈ জোনটোৱে যেন আপ্ৰাণ চেষ্টা কৰিছে—তাইৰ জোনটোৰ সেই পুতৌলগা ৰূপটোত হাঁহি উঠি গ'ল। পৃথিৱীৰ সকলো খিনি জোনাকৰ সমষ্টিতে এই জোনটোৰ জন্ম! তথাপিও বাৰু এই অন্ধকাৰো আন্ধাৰ কণক তেওঁ ইমান ঘৃণা কৰে কিয়? তাইৰ নিচিনাকৈ চিৰদিন আঁউসীৰ অন্ধকাৰৰ মাজত থাকিব লগা হলে বাৰু জোনটোৱে কি কৰিব? কৰুণাই মনে প্ৰশ্ন কৰি গ'ল—উত্তৰ নাপালে—তাই জানে এই প্ৰশ্নৰ উত্তৰ হয়তো তাই কোনো দিনেই নাপাব। এছাটি বতাহ জোৰেৰে কোঠাটোলৈ সোমাই আহিল—কিবা এটা সৰি পৰা শব্দত তাই ঘূৰি চালে। বেৰত থকা অসম চৰকাৰৰ অশোকস্তম্ভ অঙ্কিত—কেলেণ্ডাৰ খন পৰি গৈছে। তাই কেলেণ্ডাৰ খন তুলি থবলৈও যত্ন নকৰিলে—কৰুণাই তেতিয়াই মাথো ভাবিছিল এটা কথা—এই কোঠাটোৰ প্ৰত্যেকটো বস্তুৱেই যেন এইদৰে সৰি পৰি ভাঙি যাওক। তাই আকৌ দৃষ্টি নিক্ষেপ কৰিলে বাহিৰৰ আকাশ

খনত। জোনটো তেতিয়া ভাৰৰ আঁতৰাই ওলাই আহিছে—বাহিৰৰ একাঁজলী জোনাক তাইৰ সেমেকী থকা গাল দুখনত বৈ গৈছিলহি—কৰুণাই মাথো প্ৰস্তৰ মূৰ্ত্তিৰ দৰে নিৰ্ব্বিকাৰ চিত্তে আকাশ খনলৈকে চাই আছিল—। ● ● ●

এইয়া প্ৰকাশ—কৰুণাক নিৰ্ব্বিকাৰ ভাবে নিষ্ঠুৰ ভাবে উপেক্ষা কৰা প্ৰকাশ। সি সাৰ পালে—। এন্ধাৰতে সি বিছনা খন খেপিয়াই চালে—কোনো নাই। প্ৰকাশৰ মনত পৰিল আজি তাৰ ফুলশয্যাৰ প্ৰথম ৰাতি। কাৰনত কাকো নেপাই তাৰ অন্তৰ হাঁহাকাৰ কৰি উঠিল। ইমান ৰাতিলৈকে কৰুণা আজিবি হব পৰা নাইনে? মণীৰ লগত নিশ্চয় কথা পাতুলী বহি আছে। তাৰ মণীলৈ খং উঠি গ'ল। মণীয়ে নাজানেনেকি যে আজি তাহাঁতৰ ফুলশয্যাৰ ৰাতি। মণীওটো বিবাহীতা ছোৱালী। এই ৰাতিটোৰ মূল্য তাই জনা উচিত আছিল। সি ঠিক কৰিলে এতিয়াই সি কৰুণাক মাতি আনিবগৈ। কথা সাৰ ভবাৰ লগে লগে তাৰ লাজ লাগি গ'ল মণীয়ে বাৰু তাক কি বুলি ভাবিব? নাই সি মৰিলেও অন্ততঃ আজিৰ কাৰণে মণীৰ ওচৰৰ পৰা কৰুণাক উঠাই আনিব নোৱাৰে। সি ধৰিবই লাগিব। প্ৰকাশে খেপিয়াই খেপিয়াই বেড্ চুইচটো অন কৰি দিলে—বাহিৰৰ পৰা অহা বতাহত তাৰ নেটৰ আঠুৱাখন তেতিয়াও কঁপি আছিল। বিছনাতে বহি লৈ সি এবাৰ কোঠাটোৰ কেউপিনে চাই ল'লে। তাৰ চকুত পৰিল খিৰিকীত ধৰি কৰুণাই প্ৰস্তৰ মূৰ্ত্তিৰ দৰে একেৰাহে দূৰৰ আকাশ খনলৈ চাই আছে। কৰুণাৰ এই মৌনতা খিনি তাৰ মনে মনে উপভোগ কৰিবৰ মন গ'ল। বাহিৰৰ বতাহে কৰুণাৰ গাৰ চাদৰ খন খহাই পেলোৱাও যেন তাই কব নোৱাৰে। তাইৰ ঘন ক'লা চুলিবোৰ ফাগুন মাহৰ কহুঁৱা বোৰৰ দৰে বাধাহীন ভাবে উৰি থকাও যেন কৰুণাই মন কৰা নাই। প্ৰকাশে অনুমান কৰিলে অভিমান কৰি যেন কৰুণা তাৰ পৰা বহুত দূৰলৈ আঁতৰি যাব বিচাৰিছে। কৰুণাৰ মূৰ্খামীত তাৰ হাঁহি উঠিল। কৰুণা তাৰ বিবাহীতা স্ত্ৰী। প্ৰকাশক এৰি কৰুণা কোনো দিনেই যাব নোৱাৰে হাজাৰ চুৱাৰ পৰশেৰে সি তাইক চিৰদিন বন্দী কৰি ৰাখিব তাৰ বুকুৰ মাজত। সি লাইটটো অফ কৰি দিলে। এন্ধাৰৰ মাজেদি কৰুণাৰ কাষ চাপি, মৌনতা বোৰ আঁতৰাই তাইক আদৰি আনিবলৈ সি ঠিৰ হ'ল। মাটিত ভৰি দিয়েই প্ৰকাশ বৈ গ'ল। আগবাঢ়িবলৈ দিলেকে তাক বাধা দিলে। তাৰ প্ৰশ্ন হ'ল কৰুণাৰ এই মৌনতাৰ, এই উদাসীনতাৰ কাৰণ কি? এইয়া কৰুণাৰ অভিমান নে তেওঁৰ জীৱনৰ এৰি অহা স্মৃতি ৰোমন্থন? এখন সন্দেহৰ জালে প্ৰকাশক আগুৰি ধৰিলে। এটা অবুজ সাঁথৰে তাৰ মনটো সেমেকাই পেলালে—বহুটো প্ৰশ্নই একেলগে তাক কুমুঁৰি দি ধৰিলেহি। সি লাহে লাহে আকৌ বিছনা খনত দীঘল দি পৰিল। তাৰ মনত পৰিল বিয়াৰ আগৰ কথা বোৰ। ছোৱালী চাবলৈ যাওঁতে সি মণীক সংগ্ৰ লৈ পঠাইছিল বিয়া ঠিক হোৱাৰ আগতে ছোৱালীৰ নিজৰ মত সুধি লবলৈ। ছোৱালী চাই ঘূৰি অহাৰ লগে লগে মণীক মাতি নি সি তাইক প্ৰথমতে প্ৰশ্ন কৰিছিল ছোৱালীয়ে বিয়াত সম্মতি

নিজেনে নাই। মনীষে সেই দিনা কোৱা কথা বোৰ তাৰ এতিয়াও মনত আছে। সিটো কৰুণাক জোৰ কৰি বিয়া কৰা নাছিল। কৰুণাৰ যদি এই বিয়া হবলৈ মনেই নাছিল—তেওঁতো কব পাৰিলেহেঁতেন। ছোৱালী বোৰৰ এই দুৰ্ব্বলতা খিনিকে সি সদাই ঘিণ কৰি আহিছে। এতিয়া সি নিজেই তেনেকুৱা এজনী ছোৱালীকে আদৰি লব লগা হ'লগৈ। স্পষ্ট ভাবে কোনো কথাকে কব নোৱাৰাৰ কাৰণেই কত ছোৱালীৰ জীৱনৰ আশা আকাঙ্ক্ষাবোৰ হেৰাই গৈছে—; কত ছোৱালীয়ে কৰুণাৰ দৰে ফুল শয্যাৰ প্ৰথম ৰাতি উপভোগ নকৰাকৈ নিৰ্ব্বিকাৰ হৈ পৰি থাকিব লগা হৈছে; তাৰ লেখ সি নোপোৱা নহয়। তাৰ এৰি অহা 'কবিতা' জনীও যে এই অৱস্থাৰ সন্মুখীন হব লগা হৈছে সেই কথা মনত পৰাৰ লগে লগে এক কৰুণতাই তাক আগুৰি ধৰিলে। বিয়াৰ পাছত কবিতাই দিয়া শেষ চিঠি খনৰ প্ৰতিটো কথা তাৰ মনত পৰিল। কবিতাও তাৰ জীৱনৰ পৰা আঁতৰি যাব লগা হ'ল অকল স্পষ্ট ভাবে, সবল ভাবে ঠিয় হ'ব নোৱাৰাৰ দুৰ্ব্বলতাৰ কাৰণেই—। সি জানে, এতিয়া সি কবিতাৰ কথা ভবা অন্যায়। সেই কাৰণেই কবিতাক পাহৰিবলৈ সি চেষ্টা কৰি আহিছে। সি কৰুণাক বিয়া কৰাই, কবিতাৰ সান্নিধ্য লাভৰ কল্পনা কৰিছিল। সি ভাবিছিল, তাৰ জীৱনৰ সকলো সৰলতাৰে সি কৰুণাক কবিতা কৰি ল'ব—কৰুণাৰ স্পৰ্শত কবিতাৰ স্মৃতি তাৰ জীৱনৰ পৰা শেষ কৰি দিব—। সি কৰুণাক লৈ অযুত স্বপ্ন ৰচনা কৰিব—কিন্তু একো নহ'ল। কৰুণাৰ কথা ভাবি ভাবিয়েই আজি সি শান্তিৰে টোপনি গৈছিল। সাৰ পোৱাৰ লগে লগেই তাৰ সকলো—সপোন, সকলো কল্পনা ভাগি চুৰমাৰ হৈ গ'ল। ভাবৰ অক্টোপাছে তাক কেউফালৰ পৰা গ্ৰাস কৰিবলৈ যেন খেদি আহিছে—।

সি যিমানে কৰুণাক বুজিবলৈ চেষ্টা কৰিলে, কবিতাৰ স্মৃতিয়ে সিমানে তাক আগুৰি ল'লেহি। প্ৰকাশৰ মনত পৰিল—শৰতৰ কোনোবা এটা এৰি অহা পূৰ্ণিমাত এদিন কবিতাইও তাৰ নিচেই কাষতে ঠিয় হৈ দূৰ আকাশত জিলমিলাই থকা তৰাবোৰ চাই চাই তাক অজস্ৰ অবুজ প্ৰশ্ন কৰিছিল—। সেই দিনা কবিতাৰ প্ৰশ্নৰ উত্তৰ দিওঁতে দিওঁতে প্ৰকাশ ভাগৰি পৰিছিল। ঠিয় হৈ থকা পৃথিৱীখনৰ পৰা সেইদিনা প্ৰকাশ আৰু কবিতা বহুত দূৰলৈ আঁতৰি গৈছিল। তাৰ পাছৰ কথাবোৰ এতিয়া প্ৰকাশে পাহৰিবলৈ যত্ন কৰিছে। এৰি অহা দিনবোৰৰ স্মৃতিক সি এতিয়া কোনোবা দুৰ্ব্বল মুহূৰ্তৰ দুঃস্বপ্ন বুলি উপেক্ষা কৰি আহিছে। প্ৰকাশে কবিতাক বিচাৰিছিল—কবিতাইও প্ৰকাশক বিচাৰিছিল—।

কিন্তু, কবিতাক আৱৰি থকা তেওঁৰ আভিজাত্য-গৰ্ব্বী অভিভাৱক সকলে সেই যোগ-সূত্ৰত জুই লগাই দিলে। কবিতাই সৰলতাৰে সেই দুৰ্য্যোগৰ সন্মুখীন হ'ব নোৱাৰি চকুলো মচি মচি প্ৰকাশৰ পৰা আঁতৰি গ'ল। এতিয়া কবিতাৰ পৃথিৱী বেলেগ। সেইখন পৃথিৱীৰ প্ৰতি প্ৰকাশৰ শুভইচ্ছা আছে; অন্তৰ ভৰা আশীৰ্ব্বাদ আছে; সেইখন পৃথিৱীত বিচৰণ কৰাৰ অধিকাৰ তাৰ এতিয়া নাই; সেই অধিকাৰ সি নিবিচাৰেও। কবিতাৰ মনৰ স্মৃতিৰ মৈদামত—তাৰ কাহিনী 'এপিটাফ' হৈ হয়তো কিছুদিন থাকিব। সময়ৰ

আঁচোৰে এপিটাক-ও লুকুৱাই পেলাব—সিও তাকে বিচাৰে।

কবিতাক বিদায় দি সি প্ৰথমতে ভাগৰি পৰিছিল। তাৰ ইচ্ছা আছিল কবিতাৰ স্মৃতিৰ মাজতে জীৱনৰ বাকী থকা দিনবোৰ কটাই দিবলৈ। কিন্তু নোৱাৰিলে—। ঘৰখনৰ মৰমৰ দাবীক উপেক্ষা কৰিবলৈ তাৰ সাহস নহ'ল, এফালে বাধ্য ছাত্ৰৰ দৰে সি বিয়াত সম্মতি দিলে—। তাৰ মনত আছে, সেইদিনা সি মানুহৰ আঁৰ লৈ কান্দিছিল। সেই দিনাৰে পৰা সি এদিনো শান্তিৰে শুব পৰা নাই—বহুতো নিশা সি উজাগৰে কটাই আহিছে। সেই কথা তাৰ বাহিৰে কোনেও নাজানে নিজৰ দুখৰ কথা আনৰ আগত ব্যক্ত কৰি আনৰ পুতৌ বিচৰা, সহানুভূতি বিচৰা, মানুহবোৰক সি ঘিণ কৰে। কিন্তু কৰুণাৰ আজিৰ এই ব্যৱহাৰত সি দুৰ্ব্বল হৈ পৰিছে। কৰুণা তাৰ বিবাহিতা স্ত্ৰী—বহুত আশাৰে, বহুত কল্পনাৰে সি কৰুণাক আদৰি আনিছে। কৰুণাৰ অমতত্তো সি তাইক বিয়া কৰোৱা নাই—। কৰুণাৰ এই অবিচাৰ জানো সি ক্ষমা কৰিব পাৰিব? দাৰ্শনিক প্ৰকাশটো, চিন্তাশীল প্ৰকাশটো, বিবেকী প্ৰকাশটো ক্ষন্তেকতে উত্তেজিত হৈ পৰিল। সিও মানুহ—জীৱনৰ প্ৰবৃত্তি বোৰ তাৰো আনৰ দৰেই। তাৰ পুৰুষ সত্ত্বাৰ অৱমাননা সি সহ্য নকৰে—সি প্ৰতিশোধ লব। কৰুণাৰ ওপৰত। সি প্ৰতিশোধ লব কৰুণাৰ দৰে হাজাৰ হাজাৰ ভীৰু নাৰীৰ ওপৰত। কৰুণাক সি প্ৰশ্ন কৰিব—বহুত প্ৰশ্ন কৰিব—অকল সেয়ে নহয় কালিলৈ ৰাতিপুৱাৰ লগে লগেই সি কৰুণাক বিদায় দিব—তাইক সি আকৌ ঘূৰাই পঠাব মাকৰ ঘৰলৈ—। কৰুণাৰ এই নিৰ্লিপ্ততাৰ উদাসীনতা সি সহ্য কৰিব নোৱাৰে। কথা খিনি ভবাৰ লগে লগে তাৰ মূৰটো গৰম হৈ উঠিল। কিমান আশাৰে সি কৰুণাক বিয়া কৰাইছিল। সেই আশা বোৰৰ পৰিণাম স্বৰূপে যদি কৰুণাৰ পৰা ইয়াকে পাবলৈ হয় তেন্তে বিয়া কৰোৱাৰ মূল্য ক'ত থাকিল? প্ৰকাশে আৰু একোকে ভাবিব নোৱাৰা হৈ যায়। প্ৰতিশোধৰ একুৰা জুই মাথো তাৰ বুকুত জ্বলি উঠে দপদপকৈ। * * *

কবিতাৰ মৰমীয়াল মুখ খনৰ স্মৃতিয়ে তাক এই মুহূৰ্ত্তত বেছিকৈ আগুৰি ধৰিছে—। প্ৰতি মুহূৰ্ত্ততে মনত পৰিছে তাৰ কবিতা জনীলৈ—। আজি যদি কৰুণাৰ ঠাইত কবিতা থাকিল হেঁতেন; সি আৰু ভাবিব নোৱাৰা হৈ যায়। কবিতাক সি পাহৰিবই লাগিব। কবিতাৰ সমাজ খনে তাক অপমান কৰিলে। প্ৰকাশে তাৰ ব্যক্তিত্বৰ অপমানকৰোঁতা কাকোৱেই ক্ষমা কৰিব নোৱাৰে। তাৰ স্মৃতিত কবিতাক জীয়াই ৰখা মানে সি অপমানীত হোৱা। এই কাম সি কেতিয়াও নকৰে। কবিতাৰ স্মৃতিক সি বিসৰ্জ্জন দিবই লাগিব। সি কৰুণাক ক্ষমা কৰিব কৰুণাক নতুনকৈ ৰূপ দিব তাইৰ মনৰ সকলো দুঃচিন্তা তাৰ পবিত্ৰ ভালপোৱাৰে সি আঁতৰাই দিব। সি জানে ছোৱালীৰ স্বাভাৱিক দুৰ্ব্বলতাক প্ৰশ্ৰয় দিয়া মানে নিজৰ জীৱনলৈ অশান্তি চপাই অনা—সি সেইটো কেতিয়াও হবলৈ নিদিয়ে। কৰুণাই এৰি অহা দিন বোৰৰ বিচাৰ কৰা অধীকাৰ তাৰ নাই। কৰুণাক সি বৰ্ত্তমানৰ চকুৰে চাব। কৰুণাৰ অতীত বিশ্লেষণ কৰি সি তাৰ জীৱনলৈ দুৰ্যোগ চপাই নলয়—কৰুণাৰ জন্ম

পত্রিকা ৰচনা কৰিব প্ৰকাশে আজিৰ পৰা কৰুণাৰ মূৰ্তিত ৰহণ সানিব সি আজিৰ পৰা কৰুণাক নতুন ৰূপত গঢ়ি লোৱা ভাৰ তাৰ ওপৰত। এই পৰীক্ষাৰ সাফল্যতাতে নিৰ্ভৰ কৰিছে তাৰ ভৱিষ্যত—। সি পুৰুষ তাৰ শক্তিৰ ওপৰত তাৰ বিচাৰৰ ওপৰত তাৰ বিবেকৰ ওপৰত নিৰ্ভৰ কৰিছে কৰুণা আৰু তাৰ দাম্পত্য জীৱনৰ মধুৰতা।

* * *

অকণমান পোহৰৰ কাৰণে তাৰ মনটো হাঁহাকাৰ কৰি উঠিল—সি আকৌ লাইটটো জ্বলাই দি লাহে লাহে কৰুণাৰ ওচৰ পালেগৈ। কৰুণাৰ সৌৰভ খিনিয়ে তাক চঞ্চল কৰি তুলিলে। সি কৰুণাৰ বাওঁসীত এখন হাত থৈ আনখন হাত কৰুণাৰ অসংযত চুলি কোঁছাৰ মাজত বুলাই দিলে। তাৰ অচেতন মনৰ পৰা হঠাতে ওলাই আহিল এটা শব্দ সি ধৰিবই নোৱাৰিলে— "কবিতা!" কৰুণা উচপ খাই উঠিল আচৰিত হৈ অনুসন্ধিৎসু দৃষ্টিৰে প্ৰকাশক প্ৰশ্ন কৰিলে— "কবিতা?" কবিতা কোন? মোৰ নামটো কবিতা নহয়। তাই গাৰ চাদৰ খন ভাল কৰি লৈ বৈ গ'ল। প্ৰকাশৰ তন্ময়তা ভাগিল। এই অবাঞ্ছনীয় ভুলৰ কাৰণে সি ভীষণ অপ্ৰস্তুত হৈ পৰিল। এই অপ্ৰত্যাশীত পৰিস্থিতিৰ কাৰণে সি মুঠেই প্ৰস্তুত নাছিল। কবিতাক সি যিমানে পাহৰিবলৈ চেষ্টা কৰিছে সিমানেই কবিতাৰ স্মৃতিয়ে তাক আগুৰি ধৰিছে কিয়? সি কবিতাক পাহৰিবৰ কাৰণেই কৰুণাক বিয়া কৰাইছে। সি কবিতাক পাহৰিবই লাগিব। সি কথাটো অত্যন্ত সহজ কৰি পেলোৱাৰ চেষ্টা কৰিলে। উপস্থিত বুদ্ধিত পাৰ্গত প্ৰকাশে ছোৱালীৰ অন্তৰত সহজে বিশ্বাস জন্মাব পৰা কৌশলো জানে। মুখত অকণো বিস্ময়ৰ ভাব প্ৰকাশ নকৰি প্ৰকাশে উত্তৰ দিলে।" মই জানো কৰুণা! তোমাৰ নাম যে কবিতা নহয়; মই কিন্তু তোমাক কবিতাই বুলিম। তুমি জানা মই কবিতা লিখো; কবিতা মই ভাল পাওঁ। তুমি মোৰ জীৱনৰ জীৱন্ত কবিতা। ফুলশয্যাৰ প্ৰথম ৰাতি মই তোমাক কবিতা ৰূপেই প্ৰতিষ্ঠা কৰিছো। সৌ আকাশৰ তৰা বিচাৰি উৰি ফুৰা তোমাৰ মন এই ৰঙা জোনাক খিনিয়ে সাৱটি লোৱা তোমাৰ মুখখন মোৰ কবিতা কবিতা লাগিছিল। সেই কাৰণেই তোমাক কবিতা বুলিছো আহা "কবিতা"। কৰুণাই তেতিয়া মাথো অবুজ দৃষ্টিৰে প্ৰকাশলৈ চাই আছিল নিৰ্ব্বাক নিষ্কম্প। ভাৱে প্ৰকাশৰ দাৱল আঙুলীবোৰ তেতিয়া কৰুণাৰ ঘন ক'লা চুলীৰ মাজত সাঁতুৰি ফুৰিছিল প্ৰকাশৰ বুকুৰ মাজত মুখ লুকাই তেতিয়া কৰুণাই কেকুৰি কেকুৰি মাত্ৰ কান্দিছিল। প্ৰকাশে বুজি পাইছিল সেইয়া কৰুণাৰ অভিমানৰ উচুপনী সি তাইক বাধা দিয়া নাছিল। সি তাইক লৈ আগবাঢ়ি গৈছিল পালেং খনলৈ। গাৰুত ভেজাদি বহি লৈ প্ৰকাশে লাজত কুচি মুচি থকা কৰুণাক বুকুৰ মাজলৈ টানি আনিছিল। তাই চকু মুদি শান্ত শিশুৰ দৰে প্ৰকাশৰ বুকুৰ মাজত লুকাই যাবলৈ চেষ্টা কৰিছিল। কৰুণাই—বেডচুইচটো অফ কৰি দিলে। খিৰিকী খনেদি সোমাই অহা ক্ষীণ পোহৰ খিনিও যেন তাই ঢাকি ধৰিব। "কবিতা!"

ও—

তুমি আজি বহুত কান্দিলা নহয় ? কৰুণাই মাথো মূৰ জোকাৰিলে—

থাক কবিতা। মই এটা সাধু কম শুনিবা ?

উঁ—।

তুমি যদি মোৰ সাধু শুনি কান্দা।

মুখেৰে নমতাকৈয়ে তাই আকৌ মূৰ জোকাৰিলে। তাৰ মানে তাই নাকান্দে।

তোমাৰ নাম কৰুণা নহয় ?

উঁ

মই যে তোমাক কবিতা বুলি মাতিছো তুমি একো ভবা নাই ?

উঁহো—।

প্ৰকাশে জানে আজি নহলেও—কৰুণাই তাক এদিন প্ৰশ্ন কৰিব, কবিতা কোন বুলি। এতিয়া সাময়িক ভাবে তাই প্ৰকাশে কবিতাৰ যি ব্যাখ্যা দিলে সেই কথাতে পতিয়ন গলেও এদিন এনে এটা দিন আহিব—যিদিনা তাই সেই ব্যাখ্যা প্ৰকৃত ব্যাখ্যা নহয় বুলি বুজি উঠিব। তাৰ নিজৰ দুৰ্ব্বলতাৰ প্ৰতিও সি সজাগ। সি আজি যি ধৰণে বন্দী পৰিছে সেই কথা সি জানে। সি ঠিক কৰিলে, কৰুণাক সি সকলো সত্য কথা কৈ দিব। পলাবলৈ চেষ্টা কৰি ধৰা পৰাতকৈ আগতে ধৰা দিয়াই মঙ্গল। নিৰৱতা ভঙ্গ কৰি সিয়েই আকৌ আৰম্ভ কৰিলে—।

কবিতা—!

উঁ

মই যদি আকৌ তোমাক কৰুণা বুলি মাতো ?

তাই একো নামাতিলে। কি কব তাই কয়টো বিচাৰি পোৱা নাছিল—। তাই বুজি পোৱা নাছিল প্ৰকাশৰ কথাবোৰ। আকৌ সিয়েই আৰম্ভ কৰিলে। মই জানো কৰুণা! এই প্ৰশ্নৰ উত্তৰ দিবলৈ তোমাক সময় লাগিব। তুমি বাক পাছত কবা—; এতিয়া মোৰ কথা শুনা। আজি আমাৰ জীৱনৰ ফুলশয্যাৰ প্ৰথম ৰাতি নহয়— ? তুমি মোৰ বিবাহীতা স্ত্ৰী আৰু মই তোমাৰ স্বামী। মোৰ জীৱনৰ সকলো বোৰ সুখ-দুখৰে সমভাগী হবলৈ তুমি আগবাঢ়ি আহিছা। ইমান পৰে নিৰৱে থকা কৰুণাজনী অধৈৰ্য্য হৈ পৰিছিল প্ৰকাশৰ জটিলতাত। মই কিন্তু আপোনাৰ এই কথাবোৰৰ অৰ্থ একো বুজিব পৰা নাই।

শুনা কৰুণা—মই আচল কথাকে কবলৈ ওলাইছো। তোমাৰ ওচৰত মই কোনো কথাকে লুকাই নাৰাখো। তুমি মাথো ধৈৰ্য্য ধৰিব লাগিব। কব নোৱাৰো ক্ষমা কৰিব পাৰা নে নোৱাৰা—।

কৰুণা!

উঁ!

মই আজি তোমাৰ প্ৰথম প্ৰশ্নৰ উত্তৰতে মিছা কথা কলো কৰুণা। কবিতাৰ যি ব্যাখ্যা তোমাৰ আগত দিলো সি কবিতাৰ প্ৰকৃত ব্যাখ্যা নহয়। কবিতা তোমাৰ দৰেই তেজ-মঙহৰ এজনী ছোৱালী, তুমি ঠিকেই সন্দেহ কৰিছিলা। কৰুণা, যৌৱনৰ প্ৰথম উন্মেষতে লগ পাইছিলো কবিতাক। তাৰ পিছৰে পৰা দিনে দিনে কবিতা মোৰ একেবাৰে ওচৰ চাপি আহিল—মই ও কবিতাৰ ওচৰ চাপি গৈছিলো। সুদীৰ্ঘ তিনিটা বছৰ পাৰ হোৱাৰ পাছত যেতিয়া প্ৰথম যৌৱনৰ মাদকতা খিনি আঁতৰি গ'ল মই সাৰ পালো। কবিতা আৰু মোৰ মাজত যি ব্যৱধান সেই ব্যৱধানৰ প্ৰতি মই সতৰ্ক

হৈ পৰিলো। কিন্তু কবিতা একে দৰেই থাকি গ'ল। তেওঁ তেতিয়াও বিশ্বাস কৰা নাছিল যে আভিজাত্য গৰ্ব্বী তেওঁৰ সমাজ খনে এদিন তেওঁৰ জীৱনৰ গতি পথত বাধা দিব। কবিতা হ'ল আভিজাত্য সম্প্ৰদায়ৰ ধনীৰ দুলাৰী আৰু মই হলো মধ্যবিত্ত পৰিয়ালৰ চহা মানুহৰ ল'ৰা। মোৰ হেনো বংশ মৰ্য্যদা নাই; মোৰ ভৱিষ্যত সম্পৰ্কে কবিতাৰ অভিভাৱক সকল নিশ্চিত নহয়—সেই কাৰণেই আমি দুয়ো দুইৰো পৰা আঁতৰি আহিব লগা হ'ল কৰুণা। এদিন যে এই দিনটো মোলৈ আহিব সেই কাৰণে মই বহুতো আগৰে পৰাই সতৰ্ক হৈ আছিলো। কিন্তু কবিতা আমাৰ ভাল পোৱাৰ সৰল বিশ্বাসীতাত ডুব গৈ আছিল। কোনো দুচিন্তাকে তেওঁ মনত ঠাই দিয়া নাছিল। মই নিজেই যেতিয়া তেওঁক সতৰ্ক কৰি দিছিলো; সেই দিনা কবিতাই অভিমানত কান্দিছিল। দুদিনলৈ মোক নমতাকৈ আছিল—মই মাথো হাঁহিছিলো। সময়ৰ ওপৰত সকলো বোৰ বিচাৰৰ ভাৰ এৰি দি নিৰ্ব্বিকাৰ ভাবে মই আগুৱাই গৈ আছিলো। তাৰ পাছত এদিন কবিতাৰ বিয়া হৈ গ'ল। সময়ৰ পৰীক্ষাত কবিতাই হাৰ মানিলে। বিয়াৰ আগতে কবিতাই এখন চিঠি লিখিছিল কাতৰ প্ৰাৰ্থনা ভৰা এখন চিঠি; তেওঁ ক্ষমা বিচাৰিছিল। বহুত ছোৱালীয়েই নিজৰ প্ৰেমাস্পদ লৈ আনৰ লগত বিয়া হব লগা হ'লে এনেকৈয়ে ক্ষমা বিচাৰি চিঠি দিয়ে। কবিতাও ছোৱালী—তেওঁ কেনেকৈ ব্যতিক্ৰম হব? কবিতাৰ বিয়াৰ দিনা বেয়া লাগিছিল, তাক সহজ ভাবেই স্বীকাৰ কৰি লৈছিলো। B.A পাছ কৰি দুবছৰ মাষ্টৰী কৰাৰ পাছত আকৌ পঢ়িবলৈ ওলালো। ভাগ্য ভাল আছিল—সুখ্যাতিৰেই এম,এ, ও পাছ কৰিলো। তাৰ পাছত বৰ্ত্তমান এই অৱস্থা। এই ঘৰটোৰ প্লেন আছিল—কবিতাৰ—কিন্তু ইয়ালৈ কবিতা নাহিল—আহিলা তুমি। ঘৰটো সম্পূৰ্ণ হোৱাৰ দিন ধৰি কবিতাৰ স্মৃতি মোৰ মনলৈ বেছিকৈ আহিছিল। কোনো দিনেই শান্তিৰে শুব পৰা নাছিলো—। উপায় বিছাৰিছিলো—কি উপায়েৰে কবিতাৰ স্মৃতি মোৰ জীৱনৰ পৰা আঁতৰাই পেলাব পাৰো। বন্ধু মহলে উপদেশ দিছিল বিয়া কৰা-বলৈ। প্ৰথমতে বিয়া কৰোৱাৰ কথা ভাবিব পৰা নাছিলো। কিন্তু দিন যোৱাৰ লগে লগে মনত এটা ভাবে প্ৰবল ভাবে প্ৰভাৱ বিস্তাৰ কৰি-বলৈ ধৰিলে। ভাব হ'ল—অকলে থাকি জীৱনটো উপভোগ কৰিব নোৱাৰি—। নিঃসঙ্গ জীৱন অভি-শাপ যেন লাগিল। শেষত এই বিয়া—। আৰু মোৰ জীৱনৰ মাজলৈ তোমাৰ আগমন। আজি মোৰ মনৰ পৰা কবিতাৰ চিন্তা একেবাৰে হেৰাই গৈছিল ···। তোমাৰ নতুন ৰূপৰ কল্পনা কৰোতে কৰোতে কেতিয়া মোৰ টোপনি আহিল ক'বই নোৱাৰিলো···। কবিতা আঁতৰি যোৱাৰ পাছত ইমান শান্তিৰে মোৰ কাহানিও টোপনি অহা নাছিল। কৰুণা! মই তোমাৰ মাজতে কবিতাক বিচাৰি পাইছো। কবিতাও তোমাৰ দৰেই আছিল কৰুণা। তুমি জানো মোৰ জীৱনৰ কবিতাৰ অপূৰণ আসন খন পুৰাব নোৱাৰিবা কৰুণা? আজিৰ এই শান্তিৰ টোপনিত তুমি জানো মোক চিৰদিন বান্ধি ৰাখিব নোৱাৰিবা? কোনো কৰুণা.—তুমি জানো মোৰ প্ৰতি সেইৰূপ কৰুণাও দেখুৱাব নোৱাৰিবা—।

প্ৰকাশক কোৱেৰে সাৱটি ধৰি কৰুণাই মাধো তেতিয়া কৈছিল—"মোক কিয় কৰুণা বুলি কৈছে? মই আজিৰ পৰা কবিতা—মোক কবিতা বুলি মাতিব—। প্ৰকাশৰ মুখত শান্তিৰ জিলিকণি বিৰিঙি উঠিছিল। সি তাইৰ মুখ খন তুলি ধৰি তাইৰ কঁপি থকা ওঁঠ দুটাত এটা মধমৰ চুমা আঁকি দিছিল তাৰ জীৱনৰ অব্যক্ত বেদনা প্ৰকাশৰ সাক্ষী স্বৰূপে। পাছত প্ৰকাশৰ সবল বাহু বন্ধনত কৰুণা হেৰাই গৈছিল। প্ৰকাশে মাথো ভাবিছিল—এই জনী কৰুণাৰ প্ৰতি সি অন্যায় কৰিব খুজিছিল।—দোষ তাৰেই, তাৰ উদাসীনতাত এই কোমল কৰুণা জনী হয়টো অভি-মানত জৰ্জ্জৰিত হৈ পৰিছিল। প্ৰকাশে কৰুণাক ওচৰ চপাই লৈছিল আৰু নিবিৰ ভাৱে—।

পুৱা উঠি যাওঁতে কৰুণাই লক্ষ কৰিছিল প্ৰকাশৰ ৰঙা ওঁঠ দুটাত যেন তেতিয়াও শান্তিৰ হাঁহি বিৰিঙি আছে। তাই এবাৰ প্ৰকাশৰ অসংযত চুলি কোছাৰ মাজে মাজে আঙ-ফুলকৈ আঙুলী বুলাই দিছিল। প্ৰকাশলৈ তাইৰ অত্যন্ত মৰম লাগিছিল। কৰুণাই আলফুলকৈ আঁকি দিছিল প্ৰকাশৰ ওঁঠত এটি চুমা। প্ৰকাশৰ সৰলতাত, প্ৰকাশৰ স্পষ্টবাদীতাত, প্ৰকাশৰ মোহনীয় কথা কোৱাৰ ভঙ্গিত, প্ৰকাশৰ প্ৰতি ভক্তিত কৰুণাৰ মুৰ দোঁ খাই গৈছিল। প্ৰকাশৰ ভৰি দুটা দুই হাতেৰে সাৱটি ধৰি কৰুণা বৈ গৈছিল। তাই প্ৰাৰ্থনা জনাইছিল "মোক প্ৰকাশৰ কাৰণে কবিতা কৰি দিয়া প্ৰভু। দুৱাৰ খন খুলি বাহিৰলৈ ওলাই যাওঁতে কৰুণাই ভাবিছিল আগদিনা প্ৰকাশৰ প্ৰতি কৰা তাইৰ কটুক্তি বোৰৰ কথা। এইটো প্ৰকাশৰ প্ৰতি জানো তাই অবিচাৰ কৰিব পাৰে? পাৰ হৈ যোৱা নিশাটোৰ আগ-ভোগৰতে তাই এটা ভয় লগা দুঃস্বপ্ন দেখিছিল—সেই দুঃস্বপ্নৰ স্মৃতি তাই কোনো দিনেই সুঁৱৰিব নোৱাৰে।



—: "লিখকৰ পৰিচয়" :—

আমেৰিকাৰ গল্প সাহিত্যত "অ' হেনৰিয়ে এখন বেলেগ আসন অধিকাৰ কৰিছে। আমেৰিকাৰ সাহিত্যত তেখেতে এক নতুনত্বৰ সৃষ্টি কৰে। উইলিয়াম চিড্‌নি পোৰ্টাৰৰ ছদ্মনাম—"অ' হেনৰি"। জন্ম হয় ১৮৬২ চনৰ ১১ চেপ্তেম্বৰত গ্ৰীনবেৰোত। মৃত্যু হয় ১৯১০ চনৰ ৫ জুনত নিউইয়ৰ্কত। ১৯০০ চনৰ পৰা ১৯১০ চনলৈ তেখেতে বহুত গল্প লিখে। তেখেতৰ জীৱনৰ ঘটা ঘটনা সমূহ তেখেতৰ গল্প বোৰত ৰূপায়িত হৈছিল। স্কুলীয়া জীৱনত ওৰ পৰে মাত্ৰ পোন্ধৰ বছৰ বয়সত। তথাপি তেখেতে লিখা-পঢ়া এৰি দিয়া নাছিল। সেই কাৰণে তেখেতৰ গল্পত জীৱনৰ ঘাত প্ৰতিঘাত বোৰ ফুটি উঠে তেখেতৰ ৰচনা চিৰস্থায়ী হৈ থাকিব।

# —পুনৰুদ্ধাৰ—

মূল ৰচনা অ' হেনৰি।
অনুদিত—তৰুণ ভূঞা

জিমি ভলেনটাইনে জেলৰ ভিতৰত একান্ত মনে বহি জোতাবোৰৰ ওপৰত চিলাই কৰি আছিল। এজন কনিষ্টবল আহি তেওঁক ওচৰৰ অফিচটোলৈ মাতি লৈ গ'ল। ৱাৰ্ডেনে তেওঁক কাগজ এখন দিলে। কাগজত লিখা আছিল তেওঁক জেলৰ পৰা এৰি দিয়াৰ কথা। পুৱাতেই গভৰ্ণমেণ্টৰ বিষয়াই সেই কাগজ খন চহী কৰি দিছিল। জিমিয়ে হাত পাতি কাগজ খন ল'লে। চাৰি বছৰৰ ম্যাদৰ ভিতৰত মাত্ৰ চাৰি মাহহে জেল খাটিছিল। কিন্তু জিমিয়ে আশা কৰিছিল যে তিনি মাহমান জেলত থাকিলেই হব বুলি। কাৰণ জেলৰ বাহিৰত জিমিৰ বহুত বন্ধু-বান্ধৱ আছিল।

ৱাৰ্ডেনে ক'লে—"বুজিছা জিমি, তোমাক আমি পুৱাতেই মুকলি কৰি দিম। তুমি মানুহ হবলৈ যত্ন কৰা। তোমাৰতো আৰু চিন্তা কৰিবলৈ একো নাই। আচলতে তুমি মানুহটো বেয়াতো নহয়, সদায় সৎ পথত থাকিবলৈ চেষ্টা কৰিবা—কেতিয়াও আৰু চন্দুক ভাঙিবলৈ যত্ন নকৰিবা।"

জিমিয়ে অবাক হৈ কলে—"মই? মইতো জীৱনত কেতিয়াও চন্দুক ভাঙি পোৱাই নাই।"

ৱাৰ্ডেনে হাঁহি হাঁহি কলে—"নহয় মই অৱশ্যে সেইতো কোৱা নাই। তেনেহলে বাৰু তোমাক সেই স্প্ৰিং ফিল্ডৰ চুৰি কেচটোত কিয় ধৰিলে? তুমি যে চুৰি হোৱাৰ সময়ত অন্য ঠাইত আছিলা সেইটো প্ৰমাণ কৰি নিদিলা কিয়? নে তোমাৰ পাছত কোনোবা ডাঙৰ মানুহ লাগিছে এইটো কৰিলে। নহলে জুৰিয়ে মিছাতে তোমাৰ বিৰুদ্ধে ৰায় দিলে নেকি?

তোমালোকৰ নিচিনা নিৰ্দ্দোষী আচামিবোৰৰ মাজত সাধাৰণতে এনেকুৱা ঘটনাই ঘটে।"

জিমিৰ মুখৰ চেহেৰা সলনি কৰি ধাৰ্ম্মিক মানুহৰ দৰে কৰি কলে "কিন্তু মই জীৱনত কেতিয়াও স্প্ৰিং ফিল্ডলৈ যোৱাই নাই।"

ৱাৰ্ডেনে হাঁহি হাঁহি কলে—"এওঁক লৈ যোৱা ক্ৰোনিন্, আৰু এওঁক বাহিৰলৈ যোৱা পোচাক পিন্ধাই দিবা। কাইলৈ পুৱা সাত বজাত মোৰ অফিচলৈ লৈ আহিবা। যাহওক, ভলেনটাইন মই কোৱা কথা কিটা তোমাৰ মনত ৰাখিবলৈ যত্ন কৰিবা।"

পিচ দিনা পুৱা সাত বজাত জিমি ৱাৰ্ডেনৰ অফিচলৈ আহিল। তেওঁৰ গাত এযোৰ নতুন পোছাক। কাপোৰজোৰৰ পৰা এইটো ধৰিব পাৰি যে সেইজোৰ দোকানৰ পৰা কিনি অনা। জিমিৰ ভৰিত এযোৰ নতুন জোতা। জেলৰ পৰা মুকলি হওঁতে জেলৰ কয়দি বোৰক এইবোৰ দিয়া হয়।

অফিচৰ কেৰেণীজনে তেওঁৰ হাতত এটা ৰেলৰ টিকেট আৰু লগতে পাঁচটা ডলাৰ দিলে। আইন অনুসৰি সেই টকাৰে তেওঁ সং নাগৰিক হিচাপে জীৱন যাপন কৰিব লাগে। ভলেনটাইন "৯৭৬২" গভৰ্ণমেন্টৰ দ্বাৰা মুক্ত প্ৰাপ্ত হ'ল বুলি বহীত লিখা থাকিল। জেমচ্ ভলেন্টাইন নীল আকাশৰ তললৈ ওলাই গ'ল।

চৰাইৰ গীত সেউজীগাতৰ খেলা আৰু ফুলৰ মৃদু গোন্ধ এই সকলোবোৰ এৰি জিমি এখন ৰেষ্টুৰেন্টত সোমাল। তাত তেওঁ ভজা মুৰ্গী আৰু এবটল মদ খাই তেওঁৰ স্বাধীনতাৰ প্ৰথম দিনটো উপভোগ কৰিলে। তাৰ পিছত ৱাৰ্ডেনে দিয়া চুৰুটতকৈ এটা দামী চুৰুট কিনি খালে। তাৰ পৰা ওলাই লাহে লাহে ৰাসস্থানলৈ তেওঁ আগ বাঢ়িল। দুৱাৰৰ কাষত এটা অন্ধ মানুহ বহি আছিল। তেওঁ নিকি এটা তাৰ টুপিটোত পেলাই দি ট্ৰেইনত উঠিল। তেওঁ ট্ৰেইনত তিনি ঘণ্টা অহাৰ পিছত নিজৰ চহৰ খনত উপস্থিত হ'লহি। তেওঁ মাইক ডোলেণ্ডৰ কাফেত গৈ উপস্থিত হ'ল। আৰু তেওঁৰ সৈতে কৰমৰ্দ্দন কৰিলে। মাইক দোকানৰ পাচ ফালে অকলে অকলে আছিল।

মাইকে ক'লে –"তোমাৰ কাৰণে মই সঁচাই দুখীত জিমি। মই তোমাক আৰু আগতে মুকলি কৰিব পাৰিলোহেঁতেন জিমি, যদি তেওঁলোকে স্প্ৰিং-ফিল্ডৰ পৰা আপত্তি নকৰিলেহেঁতেন। তাৰো-পৰি গভৰ্ণমেণ্টে অলপ দিগদাৰ কৰিলে। যাহওক, তুমিতো এতিয়া ভালে আছা।"

জিমিয়ে উত্তৰ দিলে—"হয়, পিচে মোৰ ঘৰৰ চাবিটো।" চাবিটো লৈ পাচ ফালৰ ঘৰ এটাৰ দুৱাৰখন খুলি ওপৰ মহলালৈ উঠিল। ঘৰৰ বস্তু বাহানীবোৰ যেনেদৰে এৰি থৈ গৈছিল—ঠিক সেইদৰে পৰি আছে। বিখ্যাত ডিটেক্‌টিভ্ ব্ৰেন প্ৰাইচৰ হাতত ধৰা পৰাৰ দিনাখন ভালদৰে এখন হতা-হতি লাগিছিল। জিমিয়ে ডিটেক্‌টিভৰ কামিজৰ ডিডিত জোৰেৰে খামুচি ধৰিছিল। ব্ৰেন প্ৰাইচৰ কামিজৰ বুটাম বোৰ সেই একেদৰে এতিয়াও মেজৰ ওপৰত পৰি আছিল।

বেৰৰ পৰা এখন মেৰিয়াই থোৱা বিচনা টানি নমাই আনিলে। অস্থ এটা খাপ খুলি ভিতৰৰ পৰা ধূলিৰে পোত খাই থকা চুটকেছ এটা বাহিৰলৈ আনলে। চুটকেছটো খুলি জিমিয়ে একান্তমনে তাৰ ভিতৰত থকা নিমজ যন্ত্ৰ-পাতি-

বোৰ চাবটৈল ধৰিলে। কোনো চোৰৰে আৰু এনেকুৱা ভাল যন্ত্ৰপাতি নাছিল। যন্ত্ৰ-পাতি-বোৰ বৰ নিখুঁত আছিল। যন্ত্ৰ-পাতিবোৰ উত্তম ষ্টীলৰ দ্বাৰা তৈয়াৰি। যন্ত্ৰবোৰ দুটা ভাগত আছিল। এবিধ আছিল ভাঙিবৰ কাৰণে আৰু ইবিধ ফুটা দিবৰ কাৰণে। ইয়াৰ উপৰিও দুই তিনিটা বেলেগ ধৰণৰ যন্ত্ৰ আছিল। সেইবোৰ জিমিয়ে নিজেই আবিষ্কাৰ কৰিছে। তাৰ বাবে জিমিয়ে নিজেই গৌৰৱ অনুভৱ কৰে। এইবোৰ কিনোতে তেওঁৰ প্ৰায় এশ ডলাৰ খৰচ হৈছিল। আধা-ঘণ্টা মানৰ পাচতে জিমি তললৈ নামি আহিল। কাফেখনৰ মাজেদি তেওঁ বাহিৰলৈ ওলাই আহিল। তেওঁ এজোৰ ধুনীয়া পোচাক পিন্ধি হাতত চুটকেছটো লৈ ওলাই গ'ল।

মাইক ডোৱাণ্ডে সুধিলে—"কিবা কাম পালানেকিহে?" "নাই একো নাই, মই এতিয়া নিউয়ৰ্কৰ এমলগমেটেড্ চৰ্ট স্নাপ বিচকিট ক্ৰাকাৰ এণ্ড ফ্ৰাজেণ্ড হুইট কোম্পানীৰ মানুহ।"

কথাটো শুনি মাইক ইমান আনন্দিত হ'ল যে, তাৰ বাবে জিমিয়ে অলপ সময় লৈ চৌদা আৰু গাথীৰ খাব লগা হ'ল।

ভলেনটাইন মুক্ত হোৱাৰ পাচতেই ইণ্ডিয়ানৰ ৰিচমণ্ডত এটা চুৰি হ'ল। কোনেযে চুৰি কৰিলে কোনেও ধৰিব নোৱাৰিলে। চন্দুকৰ ভিতৰত আঠশ ডলাৰ আছিল। তাৰ ঠিক দুসপ্তাহ মানৰ পাচতেই এটা আধুনিক ধৰণৰ চন্দুক ভাঙি পোন্ধৰশ ডলাৰ চুৰি কৰিলে। চন্দুকটো এনে ধৰণেৰে ভাঙিছিল যেন ভাঙোতে কষ্টই হোৱা নাছিল। চন্দুকৰ ভিতৰত বহুত দলিল পত্ৰ আছিল সেইবোৰ একেদৰেই আছিল। পুলিচ বিভাগৰ কাৰণে এইটো এটা আচৰিত ধৰণৰ ঘটনা হ'ল। তাৰ পিচত জেফাৰ্চন চহৰত এটা পুৰণা ধৰণৰ চন্দুক ভাঙি পাঁচ হেজাৰ ডলাৰ চুৰি কৰিলে। চুৰি ইমান বেচি হ'ল যে শেহত উপায় নাপাই বেন প্ৰাইচৰ দৃষ্টি গোচৰ কৰা হ'ল। বহুত কাগজ-পত্ৰ ঘুটি মেলি বিভিন্ন ধৰণৰে কৰা চুৰ কৰাটো লক্ষ্য কৰা হ'ল। বেন প্ৰাইচে চুৰি কৰা ঠাইবোৰ অনুসন্ধান কৰি কলে—"এইবোৰ জিমি ভলেন-টাইনৰ হাতৰ কাম, তেওঁ আকৌ আৰম্ভ কৰি দিছে। দেখিছেনে নাই এই কামবোৰ ইমান সুন্দৰকৈ কৰিছে তেওঁৰ বাহিৰে আন কাৰো সম্ভৱ নহয়। জিমিয়ে সদায় সুন্দৰকৈ চন্দুকবোৰ ভাঙে তেওঁ এটাতকৈ কেতিয়াও বেচি বিন্ধা নকৰে। এইটো ঠিক যে এই কামবোৰ মিঃ ভলেনটাইনৰ। তেওঁক বিচাৰি উলিয়াবই লাগিব। তেওঁ এইবাৰ পুৰা জেল খাতিব লাগিব।

বেন প্ৰাইচে স্প্ৰিং ফিল্ডত তদন্ত কৰোঁতে জিমিৰ স্বভাৱ চৰিত্ৰ ভালদৰে জানিছিল। জিমিয়ে কাকো বিশ্বাস নকৰে। জিমিৰ এটা ডাঙৰ গুণ হৈছে যে তেওঁ সদায় ভদ্ৰ সমাজৰ লগত মিলা-মিচা কৰে। সেই কাৰণে তেওঁক শাস্তি দিব নোৱাৰিছিল। সকলোৱেই জানিব পাৰিলে যে বেনপ্ৰাইচ জিমিৰ পাচত আকৌ লাগিছে। যি সকলৰ ডাঙৰ ডাঙৰ চন্দুক আছিল সেই সকলে স্বস্তিৰ নিশ্বাস পেলালে।

এদিন আবেলি জিমি ভলেনটাইনক চুটকেচ এটা লৈ এলমোৰৰ বেলৰ পৰা নামি অহা দেখা গ'ল। এই ঠাই ডোখৰ আৰকানচাচৰ পৰা পাঁচ মাইল দূৰত অৱস্থিত এখন সৰু চহৰ।

জিমিক এজন কলেজৰ খেলুৱৈৰ দৰে দেখা গৈছিল। তেওঁ ফুটপাথৰ ওপৰেদি লাহে লাহে হোটেলৰ পিনে আগবাঢ়িল।

এগৰাকী গাভৰুৱে তেওঁৰ কাষেদি পাৰ হৈ এটা ঘৰৰ ভিতৰত সোমাল। সেই ঘৰটোৰ সন্মুখত লিখা আছিল "দি এলমোৰ বেঙ্ক।" গাভৰু গৰাকীৰ চকুৱে চকুৱে পৰাত এটা বেলেগ ভাৱ জিমিৰ মনলৈ আহিল। তেওঁ যেন সম্পূৰ্ণ এটা বেলেগ মানুহলৈ ৰূপান্তৰিত হ'ল। গাভৰু গৰাকীয়ে লাজতে চকুহালি তললৈ নমাই আনিলে। ছোৱালীজনীৰ গাল দুখন ঈষৎ ৰঙা হৈ পৰিল। জিমিৰ দৰে সুন্দৰ স্বাস্থ্যৰ মানুহ এলমোৰত খুব কমেই আছিল। জিমিয়ে এটা সৰু ল'ৰা ওচৰলৈ মাত আনিলে। লৰাটোৱে বেঙ্কৰ খটখটিৰ ওপৰত খেলি আছিল। জিমিয়ে ল'ৰাটোৰ লগত এনেধৰণেৰে কথা পাতিলে যেন বেঙ্কটোত তেওঁৰো সম্পত্তি আছে। সৰু লৰাটোৰ লগত জিমিয়ে চহৰ খনৰ বিষয়ে কথা পাতিলে। কথা পাতি থাকোঁতে মাজে মাজে একোটা পইচা ল'ৰাটোক দি গ'ল। অলপ সময়ৰ পাচতেই গাভৰু গৰাকী আকৌ ওলাই আহিলে। তেওঁ জিমিৰ ফালে কেৰাহীকৈ চাই ওলাই গ'ল।

জিমিয়ে সুধিলে—"সেই ছোৱালী জনীৰ নাম মিচ্ পলীচিম্পচন নহয় জানো?" লৰাটোৱে কলে—"কেলেই হব, তেওঁৰ নাম এনাবেল এডামচহে। তেওঁৰ দেউতাক এই বেঙ্কৰ মালিক। আপুনি এই চহৰলৈ কিহৰ কাৰণেনো আহিছে? আপোনাৰ ঘড়ীৰ চেইন ডাল সোণৰ নহয় জানো? মই এটা বুল ডগ কিনিম মোক আৰু এটা পইচা দিয়ক।"

জিমি হোটেললৈ গৈ কোঠা এটা ভাড়া কৰি ল'লে। তেওঁ হোটেলৰ কেৰেণীৰ আগত ৰালফ ডি স্পেন্সাৰ বুলি পৰিচয় দিলে। তেওঁ ক'লে তেওঁ ইয়ালৈ অহাৰ উদ্দেশ্য হৈছে যে এটা ব্যৱসায় খোলা। তেওঁ কেৰেণীজনক সুধিলে জোতাৰ কাৰবাৰ কেনেধৰণে চলিব—যদি তেওঁ জোতাৰ কাৰবাৰ কৰে লাভ লোকচান কেনেকুৱা হব।

কেৰেণী জনে তেওঁৰ সাজপোছাক আৰু আচাৰ ব্যৱহাৰ দেখি বেচি মুগ্ধ হ'ল। যদিও তেওঁ সম্ভ্ৰান্ত ঘৰৰ ল'ৰা আছিল, তথাপি জিমিৰ ওচৰত তেওঁৰ মূৰ দোঁ খালে। জিমিৰ কথা শুনি তেওঁ চহৰ খনৰ সকলো খবৰ দিলে। "অঁ হয়তো, জোতাৰ কাৰবাৰ বেচি লাভজনক হব। ইয়াত এখনো ভাল জোতাৰ দোকান নাই। ইয়াত সাধাৰণতে অন্য বস্তুৰ লগত জোতা বিক্ৰী কৰে। ইয়াত সকলো ধৰণৰ ব্যৱসায় ভাল ধৰণেৰে চলিব।" মিঃ স্পেন্সাৰে যদি এলমোৰত বাস কৰে তেনেহলে কেৰেণীজন সুখী হব। চহৰ খনত থাকিও ভাল লাগিব কাৰণ ইয়াৰ মানুহ বোৰ ভদ্ৰলোক।

মিঃ স্পেন্সাৰে ঠিক কৰিলে যে তেওঁ ইয়াত কেইদিনমান থাকি চহৰ খনৰ অৱস্থাটো লক্ষ্য কৰিব।......"নালাগে চাকৰ মাতিব মই নিজেই নিব পাৰিম এই চুটকেছটো অলপ গধূৰ।"

...পুৰণি জিমি ভেলেনটাইনৰ ঠাইত মিঃ স্পেন্সাৰৰ নৱ জন্ম হ'ল। তেওঁ এলমোৰত থাকি কাৰবাৰত উন্নতি কৰিবলৈ ধৰিলে। জোতাৰ দোকান খোলাৰ পৰা তেওঁৰ ব্যৱসায় বেচ উন্নতি হ'ল।

সামাজিক জীৱনৰ ফালৰ পৰা তেওঁৰ জীৱন সাৰ্থক হল। তেওঁৰ বহুত বন্ধু-বান্ধৱ গোট খালে।

জিমিৰ হৃদয়ৰ আকাঙ্খা পূৰ্ণ হ'ল। জিমি মিচ্ এনাবেল এডামচৰ লগত পৰিচিত হ'ল। এনাবেল তেওঁৰ প্ৰতি অনুৰক্ত হ'ল।

এবছৰ শেহত মিঃ ৰালফ ডি স্পেন্সাৰৰ অৱস্থাৰ উন্নতি এইদৰে হ'ল—তেওঁ সমাজৰ মাজৰ এজন হ'ল। কাৰবাৰো বেচ ভালদৰে চলিবলৈ ধৰিলে। দুসপ্তাহ মানৰ ভিতৰতে মিচ্ এনাবেলৰ লগত তেওঁৰ শুভ পৰিণয় হ'ব। সেই বিষয়ে কথা বতৰা হৈ গ'ল। মিঃ আডামচেও স্পেন্সাৰক ভাল পাইছিল। এনাবেল কেৱল যে মিঃ স্পেন্সাৰৰ প্ৰেমত পৰিছে এনে নহয় তাৰ কাৰণে তেওঁ গৌৰৱও কৰে। আডামচৰ পৰিয়ালৰ লগত জিমিৰ ঘনিষ্ঠতা হ'ল। আনকি তেওঁ এনাবেলৰ বিবাহিতা বায়েকৰ লগতো পৰিচিত হ'ল। তেওঁক এতিয়া আডামচৰ পৰিয়ালৰ ভিতৰৰ এজন বুলি কলেও ভুল নহয়।

এদিন জিমিয়ে তেওঁৰ ঘৰত বহি কণ্টসুইতত থকা তেওঁৰ পুৰণা বন্ধুলৈ এখন চিঠি লিখিলে—
মৰমৰ বন্ধু,

অহা বুধবাৰে ৰাতি এটা বজাত লিটোল ৰকত থকা চালিভানৰ ঘৰত মোক দেখা কৰিবা। তুমি মোক কেইটামান সৰু সৰু কাম কৰি দিব লাগিব। আৰু এটা কথা মোৰ সেই যন্ত্ৰ পাতি থকা বাকচটো তোমাক উপহাৰ দিব খোজো। তুমি সেইটো পালে বেচ আনন্দিত হ'বা। কাৰণ তুমি হেজাৰ টকা খৰচ কৰিলেও এনেকুৱা বস্তু নোপোৱা। তুমি বোধকৰো নাজানা বুলি মোৰ পুৰণা ব্যৱসায়তো এৰি দিয়াৰ কথা। ইয়াক এৰা আজি প্ৰায় এবছৰেই হ'ল। মই ইয়াত এখন দোকান খুলিছো। মোৰ জীৱনটো এতিয়া সহজ আৰু সৰল। আজিৰ পৰা আৰু দুসপ্তাহৰ ভিতৰতেই মই পৃথিবীৰ ভিতৰৰ আটাইতকৈ সুন্দৰী ছোৱালী জনীক বিয়া কৰাম। বুজিছা বিলি এই জীৱনটোৱে বেচ ভাল লাগিছে। এইয়েতো সহজ জীৱন। মোক লক্ষ লক্ষ টকা দিলেও মই কেতিয়াও আৰু পৰৰ ধন নোচোঁও। বিয়াৰ পাচতেই মোৰ দোকান খন বেচি পশ্চিমৰ পিনে যাম। তাতৈ গ'লে মোক আৰু কোনেও অতীতৰ দোষবোৰ ধৰি নাথাকে। মই যি জনী ছোৱালী বিয়া কৰাবলৈ ওলাইছোঁ তাই বেচ ধুনীয়া তাৰোপৰি ছোৱালী জনীয়ে মোক বিশ্বাস কৰে। বুজিছা মই জীৱনত আৰু কেতিয়াও চুৰি ডকাইটি নকৰো। চালিৰ তাত তুমি নিশ্চয় থাকিবা। তোমাৰ লগত মই দেখা কৰিবই লাগিব। মোৰ লগত যন্ত্ৰ পাতি বোৰ লৈ যাম দেই। ইতি—

তোমাৰ পুৰণা বন্ধু
'জিমি'

সোমবাৰে ৰাতি জিমিয়ে চিঠি—লিখাৰ পিচতেই ব্ৰেনপ্ৰাইচে গাড়ী এখন লৈ মনে মনে আহি এলমোৰত সোমালহি। গোপনে তেওঁ চহৰৰ চাৰিও ফালে ঘূৰি সকলো খবৰ গোটাই ল'লে। স্পেন্সাৰৰ জোতাৰ দোকানৰ বিপৰীতে থকা এখন ঔষধৰ দোকানৰ পৰা ব্ৰেনে ৰালফ ডি স্পেন্সাৰক লক্ষ্য কৰিলে।

ব্ৰেনপ্ৰাইচে মনতে ক'লে—"তুমিতো বেঙ্ক মালিকৰ জীয়েৰক বিয়া কৰাব খুজিছা বাৰু দেখা যাব।"

জিমিয়ে পিচ দিনা পুৱা ব্ৰেকফাষ্ট আডামচৰ তাতে খালে। সেই দিনা তেওঁ লিটোল ৰকলৈ গৈ বিয়াৰ কাৰণে সাজপোছাক কৰিবলৈ বয়না দিব। পাৰিলে এনাবেলৰ কাৰণে সুন্দৰ বস্তু এটা কিনি আনিব। তেওঁ চহৰলৈ অহাৰ পৰা আজিয়েই প্ৰথম বাহিৰলৈ ওলাব। তেওঁ ভাবিলে যে এবছৰৰ ওপৰ হোৱাৰ কাৰণে কোনো বিপদৰ সম্ভাৱনা নাই।

পুৱাৰ আহাৰৰ পাচত সকলোবোৰ একে লগে ওলাই আহিল। মিঃ আডামচ, এনাবেল, জিমি আৰু এনাবেলৰ বিবাহিতা বায়েক আৰু তেওঁৰ সৰু সৰু ছোৱালী দুজনী। এজনী পাঁচ বছৰীয়া আৰু আন জনী ন বছৰীয়া। তেওঁলোক হোটেলৰ কাষ পাওঁতেই জিমি—দৌৰি গৈ তেওঁৰ কোঠাৰ পৰা চুটকেছটো লৈ আহিল। সকলোবোৰ একেলগে বেঙ্কলৈ আহিল। তাতেই জিমিৰ কাৰণে ডলফ্ গিব্চন আৰু ঘোঁৰা গাড়ী ৰৈ আছিল। ডলফে জিমিক ষ্টেচনত আগবঢ়াই থোৱাৰ কথা।

সকলোবোৰ একেলগে ওক কাঠেৰে ঘেৰি থোৱা অফিচ ঘৰটোলৈ সোমাই গ'ল। জিমিও তালৈ গ'ল কাৰণ তেওঁ মিঃ আডামচৰ ভাবি জোঁৱায়েক গতিকে তেওঁৰ সকলোতে অবাধ গতি। কেৰেণী বিলাকেও তেওঁৰ লগত হাঁহি হাঁহি সম্ভাষণ জনালে। জিমিয়ে তেওঁৰ চুটকেছটো মাটিৰ ওপৰত থলে। এনাবেলৰ বুকুত নতুন সুখৰ জোৱাৰ উথলি উঠিল। তেওঁ জিমিৰ টুপিটো পিন্ধি লৈ চুটকেছটো ডাঙিবলৈ চেষ্টা কৰি ক'লে—"মোক ঢোল বজোৱা মানুহৰ দৰে দেখা নাইনে বাৰু। কিন্তু এই চুটকেছটো বৰ গধুৰ। ইয়াত নিশ্চয় সোণৰ ইটাৰে ভৰ্ত্তি হৈ আছে নহয় নে বাৰু!"

জিমিয়ে উত্তৰ দিলে—"তাত বহুত নিকেলৰ জোতাৰ কাঁইট হৈ আছে। কাঁইটবোৰ ওভোতাই দিবলৈ আনিছো নিজেই দি আহিলে পঠোৱাৰ খৰচতো কমিব নহয় জানো? মই আজি কালি হিচাপী নহয় জানো?"

এলমোৰ বেঙ্কত এটা নতুন ভল্ট হৈছে আৰু এটা নতুন চন্দুক আহি। মিঃ আডামচে গৰ্ব্বেৰে কলে যে ভল্টটো সৰু হব পাৰে কিন্তু ইয়াৰ দুৱাৰখন অদ্ভুত ধৰণৰ। এডাল হেণ্ডেল ঘূৰালে একেলগে তীথাৰ তিনটা খিলি বন্ধ হৈ যায়। ইয়াৰ লগত এটা ঘড়ীও লগোৱা আছে। মিঃ আডামচে কলটো কেনে ধৰণেৰে চলাব লাগে খুব আগ্ৰহৰ সৈতে মিঃ স্পেন্সাৰক বুজাই দিছিল। মিঃ স্পেন্সাৰে ভদ্ৰভাৱে বস্তুটো চাইছিল কিন্তু বিশেষ মনোযোগ দিয়া নাছিল। সৰু সৰু ছোৱালী দুজনীয়ে খুব আগ্ৰহৰ সৈতে চিকমিকাই থকা কলটো চাই আছিল আৰু ঘড়ীটো হাতেৰে লৰাই চৰাই আছিল।

তেওঁলোক ব্যস্ত হৈ থাকোতে ব্ৰেনপ্ৰাইচ মনে মনে আহি সেই খিনি পালেহি। তেওঁ ৰেলিঙৰ ফাঁকেদি সেই ফালেদি মাজে মাজে চাই আছিল। তেওঁ বেঙ্কৰ কৰ্ম্মচাৰী বোৰক কৈছিল যে তেওঁ তালৈ এজন চিনাকি মানুহ বিচাৰি আহিছে।

হঠাৎ ছোৱালী দুজনী ভয়ত চিঞৰি উঠিল। এটা হুলস্থুলৰ সৃষ্টি হ'ল। ধেমালি কৰি থাকোতেই মেই আগাথাক কেনেবাকৈ ভল্টৰ ভিতৰত বন্ধ কৰি দিলে। তাৰ পিচত মেই ঠিক আডামচৰ দৰে খিলিটো ধৰি কলটো টিপি বলৈ ধৰিলে। মিঃ আডামচে জাপ মাৰি উঠি হেণ্ডেল ডালত ঘূৰাবলৈ চেষ্টা কৰি কলে—

"এই দুৱাৰ খুলিব নোৱাৰি, কাৰণ খিলিটো বন্ধ কৰাৰ আগতে ঘড়ীটো ঘূৰোৱা নাছিল।"

—আগাথাৰ মাকে ভয়ত চিঞৰি উঠিল।

মিঃ আডামচে হাত দাঙি ক'লে—"চুপ সকলো মনে মনে থাকা।" তেওঁ খুব জোৰেৰে চিঞৰি কলে—"আগাথা মোৰ কথা শুনিছানে।" সকলোৱে অলপ সময় মনে মনে ৰৈ শুনিলে—কিন্তু একো লাভ নহ'ল। আন্ধাৰ ভল্টটোৰ ভিতৰত তাই ভয়ত চিঞৰিবলৈ ধৰিলে কিন্তু কোনেও তাইৰ চিঞৰ নুশুনিলে।

তাইৰ মাকে কান্দি কান্দি কলে, 'মোৰ সোণজনী এতিয়া ভয়তে মৰিব। আহা দুৱাৰখন খুলি দিয়া—ভাঙি দিয়া। ইমান বোৰ মানুহ আছে কোনেও একো কৰিব নোৱাৰেনে?"

মিঃ আডামচে কলে—"এই খন দুৱাৰ আৰু কোনেও খুলিব নোৱাৰে। কেৱল মাত্ৰ লিটোলৰকত থকা এজন মানুহে পাৰে। - মিঃ স্পেন্সাৰ এতিয়া কি কৰা যায়? সৰু ছোৱালীজনী ইমান সময় কেনেকৈ থাকিব? তাৰ চাৰিওফালে বন্ধ, তাত বতাহো নাই। বেচাৰী ভয়ত এতিয়া মূৰ্চ্চা যাব।

আগাথাৰ মাকে ভয়ত বলিয়াৰ দৰে দুই হাত দুৱাৰত ঢকিয়াবলৈ ধৰিলে। কোনোৱে আকৌ ডিনামাইত দি ভাঙি দিবলৈ উপদেশ দিলে। এনাবেলৰ চকুত বিষাদৰ চাঁ, তেওঁ জিমিৰ ফালে ঘূৰি চালে। কিন্তু তেওঁ আশা এৰি দিয়া নাছিল। ছোৱালী বিলাকে ভাৱে যে তেওঁলোকৰ প্ৰেয়সীৰ কাৰণে একো অসম্ভৱ হব নোৱাৰে।

"তুমি ইয়াৰ একো ব্যৱস্থা কৰিব নোৱাৰানে বালক? যত্ন কৰি চোৱা না।"

জিমিয়ে তেওঁৰ ফালে চালে, লগে লগে তেওঁৰ ওঁঠত এটা হাঁহি বিৰিঙি উঠিল।

তেওঁ কলে—"তুমি পিন্ধা গোলাপ ফুলটো মোক দিব পাৰিবানে?"

এনাবেলৰ মনত ধাৰণা হ'ল যেন তেওঁ ভুল শুনিছে। তথাপি তেওঁ ব্লাউজৰ বুকুৰ পৰা গোলাপ ফুল পাহ একৰাই জিমিৰ হাতত দিলে। জিমিয়ে ফুলপাহ্ তেওঁৰ কোটৰ জেপত ভৰাই থৈ কোটটো খুলি থ'লে। আৰু তেওঁৰ কামিজৰ হাত দুটা কোঁচাই ল'লে। লগে লগে বালফ ডি স্পেন্সাৰৰ ঠাইত জিমি ভেলেনটাইনৰ আবিৰ্ভাৱ হ'ল।

তেওঁ কলে "সকলোবোৰ যেন দুৱাৰ খনৰ বাবৰ পৰা আঁতৰি যায়।" তেওঁ চুটকেচটো মেজৰ ওপৰত থৈ ঢাকনিখন খুলি পেলালে। তেতিয়া তেওঁৰ একেবাৰে লক্ষ্য নাইযে কোনোবাই তেওঁক চাই আছে। লাহে লাহে তেওঁ চিকমিকাই থকা যন্ত্ৰ পাতিবোৰ ঠিক কৰিবলৈ লাগি গ'ল। এটাৰ পাচত এটাকৈ সকলোবোৰ সজাই ল'লে। সকলোৱে মন্ত্ৰমুগ্ধ হৈ তেওঁক লক্ষ্য কৰিলে।

ঠিক পিচ মুহূৰ্ত্ততে জিমিৰ প্ৰিয় বিন্ধা কৰা যন্ত্ৰটো ইস্পাতৰ দুৱাৰখনৰ ওপৰত বহুৱাই দিলে। লাহে লাহে দুৱাৰখন ভাঙিবলৈ আৰম্ভ কৰিলে। দহ মিনিটমানৰ ভিতৰতে খিলিটো ভাঙি দুৱাৰখন খুলি পেলালে। ইমান কম সময়ৰ ভিতৰত আগেয়ে কোনেও ভঙা নাছিল।

আগাথাৰ একেবাৰে মূৰ্চ্ছা যোৱা অৱস্থা। কিন্তু তাইৰ বিশেষ একো নঘটিল। তৎক্ষণাত মাকে আহি তাইক সাবটি ধৰিলে।

জিমিয়ে কোটটো পিন্ধিলে। তাৰ পিচত লাহে লাহে দুৱাৰ খনৰ ফালে আগ বাঢ়িল।

ওলাই যাওঁতে তেওঁ যেন বহুত দূৰৰ পৰা এটা চিনাকী মাত শুনিবলৈ পালে। কোনো-বাই যেন তেওঁক ৰালফ বুল মাতিছে, কিন্তু তেওঁ নৰল।

দুৱাৰৰ সন্মুখত এজন দীঘল মানুহে আহি তেওঁৰ বাটটো ভেটি ধৰিলে।

জিমিয়ে কুটিল হাঁহি মাৰি কলে—"এ ব্ৰেন দেখোন শেহত তেনেহলে তুমি পালাহি। বাৰু তেনেহলে বলা। এতিয়া আৰু মোৰ একো কৰিবলৈ নাই।"

এইবাৰ ব্ৰেন প্ৰাইচে অদ্ভুত ধৰণৰ ব্যৱহাৰ কৰিলে। তেওঁ কলে—"আপুনি বোধকৰো ভুল কৰিছে মিঃ স্পেন্সাৰ। মইতো আপোনাক চিনিব পৰা নাই। আপোনাৰ গাড়ী জানো বাহিৰত ৰৈ থকা নাই।"

কথা খিনি শেষ কৰিয়েই ব্ৰেন প্ৰাইচ অন্য ফালে ওলাই গল।

---

যি মানুহে ভাল কাম কৰে তেওঁ সংসাৰত প্ৰতিষ্ঠা লাভ কৰিবই। তেওঁক বাদ দিলে মানৱ সমাজ দুখীয়া হব। শক্তিমানৰ জয় অৱশ্যম্ভাৱী।

—ৱাছিংটন—

( ৰেডিঅ' নাটিকা )

# চগাৰ মৰণ

—পল্লৱ বৰুৱা

[ দৃশ্যাৰম্ভৰ লগে লগে এটা Type writer ৰ শব্দ শুনা যায়। খন্তেক পাচতে টেলিফোন বাজি উঠে। Type writer ৰ শব্দ বন্ধ হয়। ]

মহৰী বাবু—( টেলিফোন তুলি ধৰে ) Hallo ?

Voice—( filter ) Bank ৰ পৰা কৈছো।

মহৰী বাবু—অ' বেঙ্কৰ পৰা কৈছে!

Voice—(filter) হয়। কুমাৰপুৰ Tea Estate ৰ Proprietor ক লগ পাব লাগে।

মহৰী—কিন্তু তেখেত এতিয়া নাই, কি কব লগা আছে মোৰ আগতে ক'ব পাৰে। মই তেখেতৰে Office asst.

Voice—অ' ( Pause ) বিশেষ তেনে কথা নাই, Notice পাইছে চাগে।

মহৰী—এৰা, পিছে…

Voice—( filter ) তাৰ বাবে আমি দুঃখিত। কিন্তু উপায় নাই, ওপৰৰ পৰা কাড়া নির্দ্দেশ আহিছে যে, এই মাহৰ ভিতৰত টকা আদায় নহলে Mortgage আৰু Property বিলাক Bank এ হাতলৈ আনিবৈ লাগিব। অৱশ্যে Interest খিনিৰে লৈতে ২।৬ হেজাৰমান টকা দি দিলে, Bank এ কিবা এটা কৰি চাব পাৰে।

মহৰী—কিন্তু, আমাৰ অৱস্থাটোও ভাবি চাব ডাঙৰীয়া।

Voice—( filter ) ভাবি চাবলৈ আৰু নাই বুজিছে। আমি আপোনালোকক আজি ৬ মাহলৈকে সময় দিয়া নাই বুলিটো ক'ব নোৱাৰে।

মহৰী—নিশ্চয়, নিশ্চয়, তথাপি সকলোবোৰটো জানেই বোধকৰো। বাৰু, আজি চেষ্টা কৰিম। কিবা এটাটো কৰিব লাগিব। ( Phone থাখে ) ( Pause )

বৰুৱানী—ক'ৰ Phone মহৰী বাবু?

মহৰী—বেঙ্কৰ পৰা কৰিছিল আইদেউ।

বৰুৱানী—কি কলে!

মহৰী—বিশেষ একো কোৱা নাই। অথনিৰ Notice খনৰ কথাকে কৈ দুঃখ প্রকাশ কৰিলে। Bank ৰ ফালৰ পৰা হেনো আৰু আন একো কৰিবলৈ নাই।

বৰুৱানী—তেনে হলে কি হব মহৰী বাবু! আমি লৰা-ছোৱালী কিটাৰ সতে থাকিম ক'ত, যাম কলৈ?

মহৰী—অধৈৰ্য্য নহব আইদেউ! ভগবানে যি কৰে সেয়ে হ'ব। Sir সেইডা ভলাই গৈছে, কিবা এটা নিশ্চয় হব।

বৰুৱানী—(বেজাৰেৰে) মিছাকৈনো আশা কিয় দিয়ে মহৰী বাবু! আজি অত বছৰেতো দেখিলো, য'ত যি আছিল সব আৰু জুৱাতে শেষ কৰিলে, এতিয়া ঘৰ-বাৰী, বাগানো Bank ৰ হাতত, তেওঁকনো বাৰু কোনোবাই ধাৰে দিবনে ইমান বিলাক টকা!

মহৰী—বেচি টকা নহয় নহয় আইদেউ, এতিয়া মাত্ৰ ৫ হেজাৰ মান টকা দিলেই Bank এ একো দিগদাৰি নকৰে।

বৰুৱানী—সেই ৫ হেজাৰকেনো পাই ক'ত? তেওঁক আৰু কিবা লেজানেনে মানুহে?

মহৰী—এৰা! (pause) মানুহৰ ভাগৰ কথা ক'ব নোৱাৰি।

বৰুৱানী—নহয় মহৰী বাবু। আপুনি অলপ জোৰ দি লাগক। (উত্তেজিতহৈ) উস্ নহলে যে কি হবগৈ! মই যে পাগল হৈ যাম মহৰী বাবু!

মহৰী—আপুনি অধৈৰ্য্য হৈছে কিয় আইদেউ! মই নিশ্চয় কিবা এটা কৰিবলৈ চেষ্টা কৰিম। আজি অত বছৰে আপোনা লোকৰে খাই, মই কেতিয়াও আপোনা-লোকৰ সৰ্বনাশ হবলৈ এৰি নিদিম। (Pause)

বৰুৱানী—অ' সোৱা তেখেত আহিল। মই যাওঁ। (যায়)

মহৰী—অ' চাৰ্ আহিলে। (Pause)

[জোতাৰ শব্দ ক্ৰমাত Fade in হৈ আহি ৰয়। চকীত বহে]

বৰুৱা—মহৰী বাবু।

মহৰী—চাৰ্।

বৰুৱা—চাও ইয়ালৈকে আহক চোন!

মহৰী—কওক চাৰ্।

বৰুৱা—Planters works লৈ গৈছিলে?

মহৰী—গৈছিলো চাৰ্।

বৰুৱা—চিঠি দিলে?

মহৰী—দিলো চাৰ্, কিন্তু বাহেতীয়ে সুবিধা হলে পাচত খবৰ দিম বুলি পঠিয়াই দিলে।

বৰুৱা—ওঁ (Pause) বেঙ্কলৈ গৈছিলে?

মহৰী—নাই যোৱা। পিচে অলপ বেলিৰ আগতে সিহঁতিয়েই Phone কৰিছিল। সিহঁতৰ কথাৰপৰা যি বুজিলো, অন্ততঃ ৫।৬ হেজাৰ মান টকা দি দিব নোৱাৰিলে আৰু কোনো আশাই নাই চাৰ।

বৰুৱা—কিন্তু এই পাঁচ/ছহেজাৰকেনো কোনে দিব, ভাবি চাইছে জানো?

মহৰী—হয় চাৰ, ভাবি একো থিৰেই কৰিব পৰা নাই।

বৰুৱা—মই অতপৰে কেবাজনৰো ওচৰত হাত পাতিও নিৰাশ হৈ ঘূৰিব লগা হল। বন্ধু-বান্ধৱ আটাইৰে থিৰ বিশ্বাস যে মুকুল বৰুৱাক টকা দিলে আৰু সেই টকা ঘূৰি অহাৰ আশা নাই। সেই কাৰণেই আজি মোৰ এই অৱস্থা।

মহৰী—নহয় চাৰ, আপুনি সেই বিলাক এনেয়ে ভাবিছে। আপোনাক টকা ধাৰলৈ দিয়া মানুহ এতিয়াও নোহোৱা হোৱা নাই।

বকৰা—নাই, নাই মহৰী বাবু, সেইটো আপোনাৰ একেবাৰে ভুল ধাৰণা। চিনাকী মানুহ খিনিৰ ভিতৰত মোক আৰু ধাৰে দিবলৈ কোনো আগবাঢ়ি নাহে। মান-সম্ভ্ৰম, বংশ-গৌৰৱ সকলোতে মইয়েই কলঙ্ক সানিলো। এতিয়া আইদেউৰাৰ হাতৰ-কাণৰ অলঙ্কাৰ কেইপদৰ বাদে মোৰ আৰু সম্পত্তি ৰক্ষা কৰিবলৈ কোনো সম্বল নাই মহৰী বাবু!

মহৰী—আপুনি এই বিলাক কথা ভাবি মন বেয়া কৰিছে কিয় Sir?

বকৰা—মন বেয়া হ'বলৈ আৰু কি বাকী আছে মহৰী বাবু। আপুনি নথকা হলে আজি অত দিনে দেনাদাৰৰ হৈচাত পাগল হৈ যাব লগা হল হেতেন। (Pause) আৰু মহৰী বাবু, ছিলঙত থকা লৰাছোৱালী কিটালৈটো আৰু টকা পঠিয়াব পৰা নহ'লেই। সিহঁতলৈ লেখি পঠিয়াওক, যেনে তেনে ধাৰ-ঋণ কৰি হলেও সিহঁতে ছিলঙ এৰি গুছি আহে যেন।

মহৰী—সেই বিলাক আপুনি একো ভাবিব নেলাগে চাৰ, মই সকলো ব্যৱস্থা কৰিম।

বকৰা—আপুনি আৰু কিমান দিন এই দৰে ব্যৱস্থা কৰিব মহৰী বাবু! (Pause)

মহৰী—আৰু এটা কথা Sir.

বকৰা—কি? কওক।

মহৰী—আপুনি বেয়া নেপায় যদিহে ক'ব পাৰো।

বকৰা—কি কথা কৈ পেলাওক মহৰী বাবু। এতিয়া আৰু বেয়া পোৱা ভাল পোৱাৰ সময় উকলি গৈছে।

মহৰী—কথাটো কিছু গুৰুত্বৰেই। —মই ভাবিছিলো এজনৰ পৰা টকা ধাৰলৈ লোৱাৰ কথা।

বকৰা—টকা ধাৰলৈ লোৱা! পোৱাৰ আশা আছে?

মহৰী—পোৱাৰ আশা নিশ্চয় আছে। কিন্তু—

বকৰা—কিন্তু কি?

মহৰী—কিন্তু যোগাই মিস্ত্ৰিৰ পৰা আপুনি জানো টকা ধাৰলৈ আনিব।

বকৰা—যোগাই মিস্ত্ৰি! সি টকা ধাৰলৈ দিব পাৰিব!

মহৰী—পাৰিব চাৰ,! মোৰ বিশ্বাস, আপুনি খুজিলে সি পাঁচ হাজাৰ টকা অনায়সে উলিয়াই দিব পাৰিব।

(Pause) (Effective mood music)

বকৰা—নাই, নাই, অসম্ভৱ! তাৰ পৰা মই কেতিয়াও টকা খুজিব নোৱাৰো! ইমান নীচ মই এতিয়াও হোৱা নাই! বিত্ত শেষ হৈ গৈছে যদিও মোৰ বংশৰ বৈভৱ এতিয়াও আছে!

মহৰী—সেই বাবেহে কৈছিলো চাৰ, বেয়া নাপাব। কিন্তু এই অৱস্থাত কৰিবৈ বা কি?

বকৰা—সেই বুলি আপুনি ভাবে নেকি? মই সেই সামান্য মানুহটোক; যাৰ বাপেক সিদিনালৈকে আমাৰ ঘৰত চাকৰ থাকি গৈছে তাৰ গুৰিত হাত পাতিম! মই কাৰ আগত মুখ উলিয়াম! (Pause) কিন্তু, সঁচাকৈ জানো সি দিব পাৰিব মহৰী বাবু?

মহৰী—পাৰিব চাৰ, সঁচা কথা কবলৈ গলে মই শুধিও চাইছিলোগৈ। সি কৈছিলে যে, খবৰ পঠিয়ালেই সি হাকিমৰ ওচৰ পাই যাবহি। চাৰ যে ইমান অসুবিধা হৈছে সি ইমানদিনে হেনো একো গমেই পোৱা নাছিল। এতিয়া শুনি বৰ দুখ পাইছে। পিছে চিধা চিধি আহিবলৈ সাহস কৰিব পৰা নাই।

বৰুৱা—সি যে আচলতে মোক পুত্তো কৰিছে মহৰী বাবু!

মহৰী—নাই নাই চাৰ, সেইদৰে নেভাবিলেই হ'ল। টকা থিনি সুবিধা হলেই গুলোটাই দিব। বৰ্ত্তমানৰ লেথাটো অন্ততঃ মৰি যাব। তাৰোপৰি যোগাইব আজি কালি বহুত টকা-পইচা, বহুত ডাঙৰ কাঠৰ কাৰবাৰ! গৰিয়াহাবিৰ ফালে বহুত মাটি বাৰী কিনি পাম খুলিছে। এটা হেনো কাঠফলা কল পাতিবলৈ গবমেন্টৰ পৰা কেবা হেজাৰো টকা, ধাৰলৈও লৈছে।

বৰুৱা—কিন্তু তাৰ পৰা টকা ধাৰলৈ লোৱা বুলি জানিলে ওচৰৰ মানুহ দুনুহবোৰে মোক কি বুলি ভাবিব? পৰিয়ালৰ লৈতে মই যে মানুহৰ আগত মুখ দেখুৱাব নোৱাৰা হম!

মহৰী—কোনেও কথাটো গম নেপালেই হল চাৰ। তাক এদিন ৰাতি অকলসৰে মাতি পঠালেই সি আহিব।

বৰুৱা—তেন্তে—তেন্তে সেইটোকে কৰক মহৰী বাবু! টকা-পইচালৈ তাক পৰহিলৈ ৰাতিকৈয়ে মাতি পঠাওক। কিন্তু কথাটো আইদেউৰাৰ কানতো যেন নেপেলাব। আপুনিও কাকো কব নেৱাৰিব, মোৰ লৰাৰ শপতদি কথা দিয়ক।

মহৰী—ইস্ ইস্ আপুনি নেভাবিবৈ চাৰ্! মই কাকোবাক কম বুলি। আইদেউকো মই নকও।

বৰুৱা—তেন্তে আপুনি তাক মাতি আনক। আপুনি আজি ৰাতিৰ গাড়ীতে যাওকগৈ।

মহৰী—ভাল বাক চাৰ্, কিন্তু আপুনি চিঠি এখনো পাৰিলে লেখি পঠিয়াব পাৰে।

বৰুৱা—নিশ্চয়, মই চিঠি এখন লেখি দিম। বৰ মই এতিয়াই লেখি দিও। পিছে আপুনিও তাক মুখেৰে এবাৰ কৈ থৈ আহিব, যাতে সি যেন কথাটো কাৰো আগত নকয়।

মহৰী—ভাল কম চাৰ।

বৰুৱা—তেন্তে সি গোটেই পাঁচ হাজৰকে দিব!

মহৰী—তাতকৈ বেচিও সি পাৰিব চাৰ্।

বৰুৱা—তেন্তে তাক দুহেজাৰৰ কথাই ক'ব।

মহৰী—ভাল বাক চাৰ্!

বৰুৱা—ৰ'ব মই চিঠি এখন লেখো তেন্তে। আপুনি আইদেউৰাৰ ওচৰতে বহক গৈ! মনটো বহুত থিনি কৰকাল হৈ গল মহৰী বাবু। কিন্তু আপুনি কথাৰ মাজত আইদেউৰাৰ আগত এই বিলাক একো নুলিয়াব।

মহৰী—মোৰ মুখৰ পৰা নোলায় চাৰ, আপুনি ভয় নকৰিব।

বৰুৱা—বাক তেনে যাওক। কি পাৰে থিক কৰকগৈ।

( Pause ) ( Music effect )

[ Transitional Music ]

[ এটা নিস্তব্ধ ৰাতি। বতাহৰ হোঁ-হোৱনি আৰু বতাহত কপাগছৰ পাতৰ শব্দ শুনা যায়। হঠাতে ৰাতি ১০ বজাৰ ঘণ্টা বাজি উঠে আঁতৰত। ]

বৰুৱানী—ৰামলাল। ( চিঞৰে )

ৰামলাল—জী—

বৰুৱানী—হাকিমৰ কোঠাৰ লাইট জ্বলি আছে দেখোন, শোৱা নাই নেকি?

ৰামলাল ( আধাভগা কৈ ) নাই শোৱা মাইজী।

বৰুৱানী—বাৰু, তই পাক ঘৰৰ বস্তুবেহানি বোৰ সামৰি শুতৰি বন্ধ কৰি থৈ আহগৈ যা।

( pause )

বৰুৱানী—কোন? ( সন্দিহান হৈ ) কোন সেইটো? ( চিঞৰে ) ৰামলাল, অ' ৰামলাল! আহচোন আহ, এইটো কোন চাহি।

বৰুৱা—( আঁতৰৰ পৰা ) কি হলহে? কি হল?

বৰুৱানী—সেইটো কোন, চকচোন চক, বাৰান্দাই দি উঠি আহিল। ৰামলাল!

ৰামলাল—কি হল মাইজী! হেই—কোন, কোন!

( voice in echo chamber )

( ৰামলালৰ মাত ক্ৰমাত আঁতৰ হৈ যায়। ডাঙৰকৈ চিঞৰ মাৰি দিয়ে "এই চোৰ চোৰ" ওচৰৰ মানুহৰ ঘৰৰ পৰা প্ৰশ্ন আহে, 'কোন'? 'ক'ত?' ক'ত চোৰ? আঁতৰত বহুত মানুহৰ হুলস্থুল লাগি পৰে। বহুত আঁতৰলৈকে 'চোৰ' 'চোৰ' শব্দ শুনা যায়। এবাৰ হঠাৎ চিঞৰ শুনা যায় 'বেগাই আহ' 'ধৰা পৰিছে'। 'ৰামলাল এই পিনে' 'এই পিনে'—ইত্যাদি নানা কণ্ঠস্বৰত শুনা যায়। )

বৰুৱানী—হেৰি শুনকচোন শুনক। দুৱাৰ মাৰি সোমালে দেখোন। সেইৰা ধৰিলে হৈগ হব পাই মানুহটোক ( দুৱাৰত ঢকিয়াই ) ওলাই আহক চোন, ওলাই আহক। ইমান ভয়নে?

( আঁতৰৰ হুলস্থুল ক্ৰমাত ওচৰ চাপি আহে। নানান টুকুৰা-টুকুৰ কথা শুনিবলৈ পোৱা যায়। 'এই হৈ যাব হৈ যাব নামাবিবি আৰু।' নাই, নাই পুলিচত দিয়াৰ আগতেএবাইচ বাৰু কৈ দি দিব লাগে।' 'এই ইয়াক চিনি পাওঁ যেনেই লাগিছে দেখোন!' 'কৰবাত দেখিছো হব পাই' আন এজনে কয়—'এই' তই ক'ৰ পৰা আহিছ? ( Pause ) 'নেমাত কিয়?' 'মাৰেই ইয়াক'। মাৰপিট আৰম্ভ হয়। কোনোবা এজনে হঠাতে কয়—'আৰে আৰে, এইবোৰ টকা দেখোন! ইয়াৰ জেপ কাটি ওলাই পৰিল!' 'চাও চাও' বুলি আত্ৰাইবে মাজত হুলস্থুল লাগি পৰে। )

ৰামলাল—ব'ব ব'ব। টকা কোনেও নুচুব। মই হাকিমক মাতি আনো।

( আটাইয়ে সম্মতি জনায়—'এৰা এৰা' 'সেইটোৱেই ভাল হব'। 'ৰামলাল তই মাতি আন গৈ যা'।

[ হুলস্থুল ক্ৰমাত Fade out হয়। বৰুৱানীৰ উত্তেজিত কণ্ঠস্বৰ Fade in হয়। ]

বৰুৱানী—( দুৱাৰত ঢকিয়াই ) হেৰি আপুনি ওলাই আহক, মানুহ বোৰে আপোনাক বিচাৰিছে। ( ৰামলাল আহে )

ৰামলাল—মাইজী, মাইজী, চোৰটোৰ জেপত বহুত টকা ওলাইছে। আপুনি আহক।

বৰুৱানী—( দুৱাৰত টুকিয়াই ) শুনিছেনে, শুনিছেনে চোৰ টোৰ হাতত বহুত……

বৰুৱা—( দুৱাৰ জোৰেৰে খোলাৰ শব্দ ) তোমালোকে ইমান হুলস্থূল কৰিছা কিয় ? মোক অলপ শান্তিৰে থাকিবলৈ দিয়া। উস্ মই মৰি গৈছো !

বৰুৱানী—আপুনি উত্রাৱল হবলৈ কিটো হৈছে, চোৰ ধৰা পৰিছে। টকাও পাইছে।

বৰুৱা—টকা—। (বিস্মিত ভাবে)

ৰামলাল—হয় হুজুৰ তাক ধৰিলো। আপুনি আহিব লাগে। মাল একো চোৰাই নাই কিজানি, অকল টকাহে—( তাৰ কথা শেষ নৌ হওঁতেই এখন জীপ গাড়ীৰ শব্দ ক্রমাত Fade in হৈ আহি বাহিৰত ৰয়। মানুহৰ আকৌ হুলস্থূল হয়। )

বৰুৱানী—পুলিচ চাহাব কিজানি। ডাক্তৰ বাবুৰ ঘৰৰ পৰা ফ'ন কৰিবলৈ গৈছিল। ( যায় )

বৰুৱানী—বলক, আপুনি ব'লক, ঘৰ লাগি ৰ'ল দেখোন ? উস্, ধৰ, ভাগা, টকা পইচাৰ এনেয়ে অথন্তৰ তাতে আকৌ চোৰ। আক বা কি ক'ত নিলে—ৰ'ব মই চাও।

বৰুৱা—উস্, ৰমা ! ( বিৰক্তিৰে )

বৰুৱানী—কি ?

বৰুৱা—মই কি কৰিম ! ( উদভ্রান্ত হৈ )

বৰুৱানী—কি হৈছে আপোনাৰ। আপুনি আকৌ কি কৰিব। কিয় তেনেকুৱা ধন কৰিছে ?

বৰুৱা—নহয়, নহয়, মই—(কিবা কব খুজি হৈ যায়)

বৰুৱানী—চোৰ ধৰা পৰিল। টকা পইচা ঘুৰাই পাব, আপুনি কি কৰিব খুজিছে। নিচা খোৱাই নাই নেকি ?

বৰুৱা—নাই মই মদ খোৱা নাই। সঁচা কৈ কৈছো মই পাগল হৈ যাম যেন লাগিছে।

বৰুৱানী—জানো কি কয় এইবোৰ। মই বুজিব পৰা নাই।

( ৰাম লাল আহে )

ৰামলাল—হুজুৰ আপোনাক পুলিচ চাহাবে মাতিছে।

বৰুৱানী—আহক আহক পুলিচ বৈ থাকিব পাই।

বৰুৱা—নাই, মই—

বৰুৱানী আহক, আহক। নহলে মানুহ বোৰে মদখাই বেহুচ হৈ পৰি আছে বুলি ভাবিব।

ৰামলাল—আহক হুজুৰ।

বৰুৱানী আমি গৈছো। তই তেখেত সকলক বহিবলৈ ক'। [Pause]

[Mood music]

[ ক্রমাত Music Fade out হয়। ওচৰত দুই এটা মানুহৰ চোৰটোৰ সম্পৰ্কত দুই এটা অস্পষ্ট কণ্ঠস্বৰ শুনা যায়। মাজে মাজে চোৰটোক দুই এটা প্ৰশ্ন সোধে। চোৰ নিৰুত্তৰ। ১১ বজাৰ ঘন্টা বাজি উঠিল।]

পুলিচ ইন্সপেক্টৰ—অ' আহক আহক। আপোনালৈকে বৈ আছো।

বৰুৱা—(উত্তেজিত মাতেৰে) আপোনালোক, আপোনালোক কিয় আহিছে ! কোনে মাতিছিল আপোনালোকক !

বৰুৱানী—আপুনি এইবোৰ কি কৈছে ? ডাক্তৰৰ ঘৰৰ পৰাই দেখোন থানালৈ খবৰ দিছে। তেখেত সকল নাহিব কিয় ? আহক ইন্সপেক্টৰ বাবু, বহক।

ইন্সপেক্টৰ—আমি বহিম বাৰু। কিন্তু বৰুৱাৰ……

বকৰানী—তেখেতৰ কথাত নালাগিব, তেখেতে কিছু···

ইন্সপেক্টৰ—সেইটো নকলেও হ'ব মিচেচ্ বকৰা, মই প্ৰথমতেই সেইটো বুজিছো। কিন্তু···

বকৰা—আপোনালোকে মই Drink কৰি আছো বুলি ভাবিছে; কিন্তু মই এতিয়াও সম্পূৰ্ণ Senseতে আছো।

ইন্সপেক্টৰ—আপুনি উত্তেজিত নহ'ব বকৰা, আমি তেনে কথা কেতিয়াও ভবা নাই। কিন্তু আপোনাৰ ব্যৱহাৰৰ পৰা বুজা গৈছে যে আপুনি আমি অহাত ভাল পোৱা নাই নিজৰ ঘৰত আপুনি Drink কৰিছে, তাৰ বাবে কৰিব লগীয়া আমাৰ একো নাই বা নকৰো। এতিয়া আমি আচামীৰ সম্পৰ্কতহে আহিছো। আপুনি এজাহাৰ Submit কৰক আৰু আমি সাক্ষী-বাদী আদি লৈ আচামী চালান দিব পাৰো।

বকৰানী—হয়, এজাহাৰ লেখা হওক। ইন্সপেক্টৰ বাবু, সেই বাটত, আৰু জিপত বৈ থকা মানুহবোৰ অনুগ্ৰহ কৰি পঠাই দিলে বৰ ভাল হয়। আপোনালোকটো আহিলেই, মিছাকৈ তেওঁলোক বৈ থাকিলে কি হ'ব।

ইন্সপেক্টৰ—হয়, আপুনি ঠিকেই কৈছে, ব'ব, মই তেওঁলোকক পঠিয়াই দিওঁ। ( আদেশৰ সুৰত ) তোমেশ্বৰ, তুমি যোৱাচোন, বৈ থকা মানুহ বিলাকৰ পৰা কেইজনমান সাক্ষী দিব পৰাকৈ ৰাখি, বাকী বোৰক পঠাই দিয়া।

তোমেশ্বৰ—ভাল বাৰু চাৰ।

বকৰানী—টকা সকলো বিনি পোৱা হ'ল ইন্সপেক্টৰ বাবু?

ইন্সপেক্টৰ—অ' তাৰ হাতত মোটতে ৬ হেজাৰ টকা পোৱা হ'ল। আমি লেখিছিলো। আপোনালোকৰ কিমান হেৰাইছিল বকৰা।

বকৰা—( স্বপ্নাবিষ্ট হৈ ) আ! আমাৰ কিমান হেৰাইছিল! কিমান হেৰাইছিল?

বকৰানী—ঠিক মনত নাই, আন্দাজ ছয় হেজাৰ মানেই হব। ঘৰ চলোৱা টকা আৰু তেখেতে বাগানৰ Paymentৰ বাবে আনিছিল, যোগকৰো ৬ হেজাৰ মানেই হব।

ইন্সপেক্টৰ—তেওঁ, আপোনালোকে সঠিক হিচাব এটা দিব পৰা হলে ভাল আছিল। বাৰু লিখক এজাহাৰ।

বকৰা—( বিৰক্তিৰে, নাই নাই কিহৰ এজাহাৰ। ( হঠাতে শান্ত হৈ ) অ' নহয়। এজাহাৰ আকৌ কিয়?

বকৰানী—কিয় এজাহাৰ টো লাগিবই। আচামীক এনেয়ে এৰি দিব নে?

ইন্সপেক্টৰ—এৰা। সেইটোতো অসম্ভব কথা। হাতে হাতে আচামী ধৰা পৰিছে যেতিয়া কেনেকৈ এৰি দিয়ে।

বকৰানী—কিবা ভাগ্যৰ বলত হে সি ধৰা পৰিল ইন্সপেক্টৰ বাবু। নহলে পৰহিলৈ Paymentৰ দিন! Bankৰ তাগাদা! কি যে হ'লহেতেন!

ইন্সপেক্টৰ—সেইটো মই ঠিক বুজিছো। সকলো মানুহৰে অসুবিধা আছে।

বকৰা—( বিৰক্তিৰে ) নাই, নাই আপুনি একো একো বুজা নাই। উস্ আপোনালোক গুছি যাওক; ইন্সপেক্টৰ মোৰ কোনো······

বকৰানী—আপোনাৰ আজি কি হৈছে? তেখেতক কেনেকৈ তেনেকৈ কৈছে।

ইন্সপেক্টৰ—নাই ঠিক আছে, ঠিক আছে তেখেত। আপোনালোকৰ যদি সিমান অসুবিধাই হয়, মই ইয়াতে সকলো মিত-মাত কৰি যাব পাৰো। টকাও এতিয়াই পাই যাব।

বকৰানী—মানে? নহলে কি টকা বিনি আপুনি পাব?

ইন্সপেক্টৰ—সেইটো নহয় মিচেচ্ বকৰা। কওঁ শুনক আচামী চালান দিয়াৰ পাচত courtত নিয়ম মাফিক কেচ হব। তাত

আচামী দোষী প্ৰমাণিত হ'লেহে টকা আপোনালোকে ঘূৰাই পাব, নহ'লে টকা চৰকাৰৰ ঘৰত জমা থাকিব।

বৰুৱানী—অ' তেনেহ'লে আমাৰ কি হ'ব? Paymentৰ কি হ'ব, Bankক কি কম? টকা আপোনালোকে আগতে দিব নোৱাৰে?

ইন্সপেক্টৰ—মইও তাকে ভাবিছো। কাৰণ আপোনালোকৰ অসুবিধাৰ কথা মই বুজিছো। বৰুৱা আপুনি কি কয়?

বৰুৱা—মোক একো শুশুখিব ইন্সপেক্টৰ, মোক একো সুশুধিব।

বৰুৱানী—এখা তেখেত শ্ৰান্ত হৈ আছে।

ইন্সপেক্টৰ—তেন্তে মিচেচ বৰুৱা, Frankly কবলৈ গলে (Pause) [আদেশৰ সুৰত] তোমেশ্বৰ, তুমি চিপাহীহঁতৰ কাৰলৈ যোৱা—ছোন, আৰু সাক্ষী কিজনক কবা যে তেওঁলোকৰ দৰকাৰ নহবও পাৰে। (বিনয়েৰে) মানে বৰুৱা, আপোনালোকৰ যদি এইটকাৰ বিশেষ দৰকাৰ হৈছে, আপোনালোকৰ টকা মই ইচ্ছা কৰিলে এতিয়াই দি দিব পাৰো। কিন্তু আচামী আৰু এই বাবলৈ সাৰিল।

বৰুৱা—(উত্তেজিত ভাৱে) তাক এৰি দিয়ক! তাক এৰি দিয়ক! মই···(কিবা ক'ব খুজি ৰৈ যায়)

বৰুৱানী—এখা, এখা, তেখেতেও কৈছে যেতিয়া, তাক এৰিয়ে দিয়ক (বৰুৱাক) আপুনি বাৰু ইমান উত্তেজিত হৈ পৰিছে কিয়? শান্ত হৈ বহি থাকক ছোন। মই কথা পাতিছো নহয়!

ইন্সপেক্টৰ—তেনে ঠিক আছে, সেই ব্যৱস্থাকে কৰো। মানুহৰ বাবে হে আইন তৈয়াৰ হৈছে, আইনৰ বাবে মানুহ তৈয়াৰ হোৱা নাই নহয়। আপোনালোকৰ টকাৰ প্ৰয়োজনটো মই বেচ উপলব্ধি কৰিছো।

বৰুৱানী—এখা, আপুনি কিবা এটা কৰিব পাৰিলে মহৎ উপকাৰ কৰা হব।—তেখেতে যথেষ্ট ঘূৰি পকি টকা খিনি গোটাইছিলে কিবা এটা বিশেষ প্ৰয়োজনত। কেচ হ'লে হয়টো কেতিয়া পোৱা যাব তাৰটো একো ঠিকনা নাই!

ইন্সপেক্টৰ—নিশ্চয়, নিশ্চয়। বাৰু, তেনে মই উচিত ব্যৱস্থা কৰি পেলাইছো। [আদেশৰ সুৰত, চিঞৰি] তোমেশ্বৰ! সাক্ষী কেইজন গলগৈ নেকি?

তোমেশ্বৰ—[আতৰৰ পৰা চিঞৰি] এখা, গোটেই কিজন গুছিয়েই গলগৈ দেখোন চাৰ!

ইন্সপেক্টৰ—[বিস্মিত হৈ] গলগৈ! সিহঁতে হয়টো ভাবিছে ইন্সপেক্টৰে নিশ্চয় টকা-পয়চা খাবলৈ কিবা এটা বন্দৱস্ত কৰিছে—সেই বাবেই হয়টো গুছি গল। আমাৰ বদনামটো এনেকৈয়ে ওলাই! বাৰু ঠিক আছে। সেই তাক জীপ খনতে বহুৱাই লোৱা। বাটত ক'ৰবাত গটা মাৰি পেলাই থৈ যাব লাগিব।

তোমেশ্বৰ—(আঁতৰৰ পৰা চিঞৰি) ভাল বাৰু চাৰ।

ইন্সপেক্টৰ—বাৰু তেনে আমি এতিয়া যাব পাৰো। তেখেতক কব।

বৰুৱানী—বহুত ধন্যবাদ।

ইন্সপেক্টৰ—কিন্তু কথা বিলাক কাৰো আগত প্ৰকাশ নকৰিলেই ভাল। আপোনালোকৰ উপকাৰ কৰিবলৈ গৈ, মোৰ যাতে কোনো অনিষ্ট নহয়।

বৰুৱানী—সেইটো বুজিছো।

ইন্সপেক্টৰ—তেনে আহিলো।

বৰুৱানী -ভাল। [pause]

[জীপগাড়ী ষ্টাৰ্ট কৰাৰ শব্দ হয়, আৰু গাড়ীৰ শব্দ ক্ৰমাৎ fade out হয়।]

[Musical curtain]*

---

* All India Radio, Gauhati কেন্দ্ৰৰ পৰা প্ৰচাৰিত।

